# লুইতৰ পাৰৰ ধুনীয়া ছোৱালীজনী

( উপন্যাস )




শ্ৰীকৃষ্ণপ্ৰসাদ বৰঠাকুৰ



বেচ [redacted]

প্ৰকাশক—
মেচাৰ্ছ এল, এন, ঠাকুৰ এণ্ড কোং,
যোৰহাট।

প্ৰথম সংস্কৰণ
[ ২ ০০ ]
১৫ জুলাই—১৯৫৪

বেটুপাতৰ শিল্পী—শ্ৰীপদুম বৰুৱা।

জনমভূমি প্ৰেছত—
শ্ৰীতৰুণ চন্দ্ৰ শৰ্ম্মাৰ দ্বাৰা মুদ্ৰিত।

লুইতৰ পাৰতেই নিৰলে নিজান মনে
ফুলি উঠা মনমোহা ফুল,
বুকুত সাবটি লই জীৱনৰ দুপৰীয়া
কৰিছিলো এটি মহা ভুল।
ফুলৰ কাঁইটটে কাটি হাতৰ আঙুলি মোৰ
পলকতে ৰঙচুৱা হল,
কালৰ সোঁতত দেহি পৰাগ পাপৰি উৰি
ফুলটিৰো পাহি সৰি গ'ল।

# আগকথা

দুইতৰ পাৰৰ ধুনীয়া ছোৱালী জনীৰ ঘটনা আৰু চৰিত্ৰাৱলী সম্পূৰ্ণ কাল্পনিক।

'প্ৰুফ' চোৱাৰ ব্যতিক্ৰমত আৰু প্ৰেছৰ অনিচ্ছাসত্বেও মাজে মাজে দুই এটা বৰ্ণাশুদ্ধি ৰৈ গল, তাৰে এখনি তালিকা দিয়া হল। দ্বিতীয় সংস্কৰণত ইযাৰ সম্পূৰ্ণ শুদ্ধ কৰিম বুলি আশা কৰি পাঠক পাঠিকাসকলৰ ওচৰত ক্ষমা বিচাৰিলোঁ।

কিতাপ খনিৰ কেঁচা অৱস্থাতে শ্ৰীযুত দধিচন্দ্ৰ মহন্ত বি-এ, শ্ৰীযুত হৰেন্দ্ৰনাথ শৰ্ম্মা বি-এ আৰু তৰুণ ঔপন্যাসিক শ্ৰীযুত ব্ৰজেন্দ্ৰনাথ বৰপূজাৰীয়ে চকু ফুৰাই আৱশ্যকীয় ইঙ্গিতেৰে সহায় কৰা বাবে তেখেতসকলৰ শলাগ ললো, আৰু কিতাপ খনিৰ কিছু অংশ কপি কৰি দিযা কাৰণে শ্ৰীমতী বীণাপাণি ফুকন আইদেৱকো কৃতজ্ঞতা জনালো, লগে লগে বন্ধুবৰ শ্ৰীযুত তৰুণচন্দ্ৰ শৰ্ম্মাই ( মেনেজাৰ, জনমভূমি ) কিতাপ খনি ছাপাকৰিবৰ কাৰণে যি উদগনি দিলে সেই কাৰণে তেখেতক আন্তৰিক ধন্যবাদ জনালোঁ।

স্কাই হাউছ

কৰঙা, যোৰহাট।

১৫ জুলাই—১৯৫৪।

—লিখক—

# অৰ্পণ

শ্ৰীযুত যতিনাৰায়ণ শৰ্ম্মা এম এ

এযাৰ হাউছ—

নেহেৰু পাৰ্ক—

যোৰহাট—

মৰমৰ শৰ্ম্মা,

মোৰ বুকুৰ মৰমলৈ গঢ়ি উঠা লুইতৰ পাৰৰ ধুনীয়া ছোৱালীজনী আপোনাৰ মৰমৰ ধাৰৰ বিনিময়ে আপোনাৰ হাততেই গতালো। সাদৰেৰে ৰাখিব।

১৫ জুলাই ১৯৫৪
স্কাই হাউছ
কৰঙা, যোৰহাট।

শ্ৰীকৃষ্ণপ্ৰসাদ বৰঠাকুৰ

## প্ৰকাশৰ পথত লিখকৰ কেইখনমান উপন্যাস।

১। লুইতৰ পাৰৰ ধুনীয়া ছোৱালীজনী (ছপা হ'ল)।
২। লুইত আজিও বয় (ছপা হৈছে)।
৩। লুইত যেতিয়া বাঢ়ে—
৪। লুইতৰ ইপাৰে সিপাৰে।
৫। পৰিণাম (অলপতে ওলাব)।

# লুইতৰ পাৰৰ ধুনীয়া ছোৱালীজনী

—x●x—

( উপন্যাস )

## এক

বসন্তৰ পৰশত ধৰণী ধুনীয়া হয়, গছে বৰণ সলায়, বুঢ়া আম গছ কঠাল গছৰ উদং ডালত কপৌ ফুলে জকমকায়। —ডেকালৰাৰ মুখত পেপাৰ টেঁহিটি-টলল মাতে গাওঁবোৰ খলক লগায়। পদূলি বাটৰ ফুলনিবাৰীত তগৰ-মল্লিকা, খৰিকাজাই, গোলাপ কাঞ্চনফুল আদিয়ে আনন্দত হিয়া উদঙাই নাচে। কুলিৰ কুউ কুউ আৰু কেতেকী চৰাইৰ "মই কেতেকী, মই কেতেকী" মাতে বসন্তক আদৰি আনে। মইনা চৰাইৰ হিয়া উবুৰিয়াই মতা স্বৰলহৰিত হিয়া শাঁত পৰি যায়।

ছুলালে আন কালৰ দৰে ৰজিপুৰা এপাক তিনি আলিৰ মূৰলৈকে ফুৰিলে। যাওঁতে বাটতে লগ পালে মৌজাদাৰৰ পুতেক হেমেনক

হেমেনৰ লগত সি বহুত কথা হল। বিশেষকৈ মইনা মেলৰ কথা কণ কণ মইনাবিলাকক কেনেকৈ গঢ় দিব পাৰি আদি বহুত বিষয় লৈ, আৰু হেমেনক সেই বিষয় লৈ ছুলালে এটা দীঘল পৰামৰ্শও দিলে।

হেমেনে মাত্ৰ হাঁহিলে। পাচত এটা অভিমত দিলে— "বুজিছা ছুলাল" 'এদ ভাইচ ইজ ইজি ফ অল' [illegible] আগবাঢোঁতা মানুহ নাই। সকলোৰে কয় সেই একে কথা। যেই কোনো কথা মিটিঙৰ দিনাই শেষ হৈ যাব, কিন্তু 'ৰিজলিউচন' বোৰৰ পাচত কিমান কি কাম হয় জানাইতো? সেই দেখি ভাই এইবাৰ আৰু বাদ দিছো। এতিয়া নিজৰ কামত লাগি গৈছো।

সো জন তোমাৰ হেমন্ত মহন্ত নহয় নে? হেমেনে ছুলালক দেখুৱাই কয়।

অ হয় "বোলো আহা ভায়া, ইমানলো ৰাতিপুৱাই যাবা ক'ত? বৰ ধুনীয়াটো হৈ আহিছা দেখিছো" মহন্তক দেখিয়েই ছুলালে হাঁহি হাঁহি তাৰ ফালে চাই কয়।

যাবা নো ক'লৈ য'ত দৰকাৰ ত'লৈ। নহয় জানা? জানাই নহয় মাষ্টৰণিৰৰ পইচা কেইটাৰ মাহটো মূকলাই সেই গতিকে টিউচনেই ভায়া। তোমালোকৰ নিচিনা হব পাৰিম

কেনেকৈ এজন হলা ভাবি মৌজাদাৰ আনজন হলা অগাধ সম্পত্তিৰ মালিক।"

হেমেনে কথাটোৰ ওপৰত কথাটো তুলি কলে। "বেচ হৈছে, তোমাৰ মুখখন এবাৰ মোকাল খালে জপাবলৈ টান হব।" মহন্তৰ বাউসীত হেমেনে চকা এটা মাৰি সোধে। 'পিছে বোলো কৰবাত কিবা হৈছেনে সুবিধা?' তুলালে হাঁহি দিয়াৰ লগে লগে হেমেনেও হাঁহি দিয়ে।

ওচৰেদি মটৰ এখন পাৰ হৈ যায়, সিহঁতে বাট এৰি দিযে।

'আহা এতিয়া টিউচন কৰিব নেলাগে আমাৰ ঘৰৰ ফালেলৈকে যাওঁ।' কৈয়ে তুলালে মহন্তক বাউসীত ধৰি সিহঁতৰ ঘৰৰ ফালে আগবঢ়াই লৈ আহে। হেমেনকো তুলালে টানিছিল কিন্তু বহুত জৰুৰি কাম আছে বুলি সি যেনিবা সাৰি গল।

তুলালে তাৰ কোঠাটোৰ ভিতৰৰ চকী এখন মহন্তক আগবঢ়াই দিযে। পাদখন জোকাৰখাচ কোঠাটোত মৃদু এটা চেণ্টৰ গোন্ধ ভাহি আহে।

"বোলো কালি যে নাছিলা মহন্ত পাছ খবৰ কি? কৰবালৈ গৈছিলা—নহয়" সিও ওচৰতে চকী এখন টান মাৰিলৈ বহি মৃদু হাঁহি মাৰি সোধে।

'নই'

# লুইতৰ পাৰৰ ধুনীয়া ছোৱালীজনী।

'হয় তুমি'

"এনেয়ে নাহিলোহে। কিবা ভাল নেলাগিল। তাতে জানাই এই সময়টোত টিউচন কৰিবলৈ যাব লাগে। কিয় সুধিলা" ?

"কিয় সুধিলো। তুমিও ভাল সুধিছা। সোধাত তুমি বেয়া পালা নহয়নে" ?

"নেপাও, বেয়া পাম কিয়"। তাৰ সোধাত কৌতূহলটো বাঢি যায়।

"তুমি সুধিছা, কিয় সুধিলো।" এনেযে দুলালে এটা হুমুনিয়াহ কাঢি কয়।

মহন্তৰ মনটো সেমেকি উঠে। দুলাল ধনীৰ লৰা। অভাৱ তাৰ নাই। বাপেক বাগানৰ মালিক। অগাধ সম্পত্তিৰ অধিকাৰী সি। আজি নহলেও হয়তো কাইলৈ হব। তথাপি তাৰ মনটো মৰা। এনেতে হৰি বোলা চাকৰটোৱে দুকাপ চাহ থৈ যায়হি 'চাহ খোৱা দুলাল'। মহন্তৰে চাহৰ কাপটো তাৰ হাতলৈ আগবঢ়াই দিয়ে। দুলাল আৰু মহন্তৰ ভিতৰত পাৰ্থক্য নাই। দুয়ো অন্তৰঙ্গ বন্ধু। দুলালে চাহত ঢোকাটো মাৰি মহন্তৰ ফালে চাই।

"মহন্ত এটা কথা—মই আৰু ঘৰত নেথাকিম, মই কেবাদিন ধৰি একেটা কথাকে ভাবিছো।"

"কিয়? তুমি বলীয়া হলানে কি? তোমাৰ অভাৱ কিহৰ?"

"বলীয়া হোৱা নাই মহন্ত, মানুহৰ টকা পইছা হলেই যে সুখী হয় এনে কোনো মানে নাই। টকা পইছা হল মাত্র বেশ্যা। আজি যি কোটিপতি কালিলৈ সি হয়তো পথৰ ভিক্ষাৰী, পথহাৰা হবলৈও আছে। যাৰ টকা পইছা নাই তাৰেইহে সুখ।"

"যাৰ টকা পইছা নাই তাৰেইহে সুখ? ভাল কৈছা তুমিও, আনক কবলৈ নেপালা।" সি কৈয়ে হাঁহি দিযে।

তাৰ হাঁহিটোৱে দুলালৰ মনটো আৰু গধুৰ কৰি দিয়ে।

"কিয় বৰবা ইমান হতাশ হবৰ কাৰণটো নেদেখো। মই দেখোতে তোমাৰ কেউপিনে জয় জয় ময় ময়। দেউতাৰৰ তুমিয়েই ডাঙৰ লৰা। আজিৰ বাদে কালিলৈ তুমিযেই বিপুল সম্পত্তিৰ অধিকাৰী।"

"ঠিকেই কৈছা মহন্ত, দেউতাৰ ডাঙৰ লৰা দেখিতো ইমান চিন্তা। কিন্তু এটা কথা, পৰ্ব্বতত যেতিয়া জুই লাগে মানুহে দেখে কিন্তু অন্তৰত যেতিয়া জুই লাগে মানুহে নেদেখে।"

"তুমি এইবোৰ কি ভাবিছা দুলাল, তোমাৰ এইবোৰ ভাব কেতিযাৰ পৰা উদয় হল। বি-এ ফেইল হব পাৰা, কিন্তু সেই বুলি যে তোমাৰ মান-মৰ্য্যদা হানি হব ইয়াৰ কি মানে আছে। ইমান অস্থিৰ হবৰ দৰকাৰ আছে কি। মানুহৰ যেতিয়া মানসিক অৱনতি ঘটে তেতিয়াহে এই বোৰ ভাবে।"

"মহন্ত মোৰ মানসিক অৱনতি ঘটা নাই। কিন্তু নঘটিও যে চিন্তাৰ পাৰাপাৰ হীন সমুদ্ৰত পৰা যেন লাগিছে।"

"চিন্তা নকৰিলেই হল। তুমি যদি ইমান কেউপিনে জয় জয় ময় ময় থকা অৱস্থাতো চিন্তা কৰা তেতিয়া আনবোৰে কৰিব কি? যি এসাজ খাই চাৰি সাজ লঘোণে থাকি স্কুল কলেজত পঢ়িছে বা অভিভাৱকে পঢ়াইছে, আৰু সৰ্ব্বস্ব বেচি-কিনি লৰাৰ কাৰণে খৰছ কৰি যেতিয়া খবৰটো পাই যে তেওঁৰ লৰাই ফেইল কৰিছে তেতিয়া সেই বিলাকৰতো তোমাৰ দৰে মানসিক অৱনতি ঘটা নাই। বেচ, এতিয়া তোমাৰ দেউতাৰৰ ব্যৱসায়-বাণিজ্য আছে তাতে তুমি হাত দিয়া। তাকে বিশেষ বাহুল্য ধৰণে ধৰা। তাত তোমাৰ উন্নতি হব, দহৰ উপকাৰ হব আৰু দেশৰ কাম কৰা হব। সাধাৰণ দোকানী হবলৈ বেয়া পোৱা দেখিয়েই তোমাক কৈছো ভাৰতৰ বাহিৰে মাল আদান-প্ৰদান কৰাৰ ব্যৱসায় কৰা। নতুবা নিজৰ দেশতে কোনো এবিধৰ 'মিল' আদি বহুৱাবৰ চেষ্টা কৰা। নাইবা "কটেজ ইণ্ডাষ্ট্ৰিজ" খুলি গাৱঁৰ সম্মান বঢ়োৱা। নিবণুৱা সমস্যা দূৰ কৰা! আজি হাজাৰ হাজাৰ নিবণুৱাই তোমালোকৰ নিচিনা পুঁজিপতিলৈ একেথৰে চাই আছে জীৱিকা নিৰ্ব্বাহৰ কিবা এটা উপায় বিচাৰি। "কটেজ ইণ্ডাষ্ট্ৰিজ" খুলিলেই দেশৰ উপকাৰ দেশৰ শ্ৰীবৃদ্ধি হোৱাৰ লগে লগেই লাখ লাখ নিবনুৱাৰ সমস্যা দূৰ হব।

আজি গৱৰ্ণমেণ্টে চিঞৰিবই লাগিছে "ৰাইজ নিজে নিজৰ ভৰিত ঠিয় দিয়ক। "কটেজ ইণ্ডাষ্ট্ৰিজ" খোলক। আমি টকা পইচাৰ যোগান ধৰিম। দেশীয় বস্তু ব্যৱহাৰ কৰিবলৈ শিকক। দেশক সমৃদ্ধিশালী কৰিবলৈ শিকক। দেশক সমৃদ্ধিশালী কৰি বিদেশী ৰাষ্ট্ৰৰ ওচৰত হাত নেপাতিবলৈ প্ৰতিজ্ঞাবদ্ধ হওক। বিদেশী বস্তুৰ আমদানী বন্ধ কৰক। ৰপ্তানী বস্তুৰ হাৰ বৃদ্ধি কৰক। আৰু সমস্বৰে কওক ভাৰত আমাৰ—স্বাধীনতা আমাৰ—ভাৰত আজি স্বাবলম্বী স্বাধীন।'

ইয়াৰ বাহিৰেও আমি প্ৰতিজ্ঞাবদ্ধ হওঁক যে আজি আমি সকলো ফালৰ পৰা আগবাঢ়ি গৈ দেশৰ উন্নতি সাধিমহঁক। কোনো বিদেশী ৰাষ্ট্ৰৰ ওচৰত হাত নেপাতি শস্য শ্যামলা স্বৰ্গাদপি গৰিয়সী ভাৰতৰ উপযুক্ত সন্তান হম।

"আ-হা-হা, কি সুমধুৰ লেকচাৰ, বেচ বেচ, তোমাৰ লেকচাৰ আৰু বন্ধ কৰা ভাই। মোৰ আৰু শুনিবৰ ইচ্ছা যোৱা নাই। বড়ীণ কল্পনা বহুতো শুনিছো আৰু বহুতো দেখিছো। সেই ৰামো নাই আৰু সেই অযোধ্যাও নাই। সেই সীতাও নাই সাবিত্ৰীও নাই লক্ষ্মণৰ নিচিনা বিশ্বাসী ভাতৃও নাই। আজি সকলোৱেই নতুন, আজি সকলোৱেই স্বাৰ্থপৰ। নিজৰ কাৰণে চিন্তা, কোনেও কাৰো বাবে ভাবিবৰ সময় নাই।"

"কোনেও কাৰো কাৰণে যদি ভাবিবৰ সময় নাই আৰু দৰকাৰ নকৰে তেন্তে বিয়া-বাৰু কৰাই গৃহস্থীহোৱা বুলি কৈয়ে মহন্তই হাতত থকা "ক্ৰাইম এণ্ড পানিচমেণ্ট" বোলা ৰাচিয়ান উপন্যাস খনৰ পাতবোৰ এনেয়ে লুটিয়াই।"

"যেচ যেচ বাকী আছে সিমানেই, তাকেইতো কালি ঘৰত শুনিলো, ছুলালে মেজত ঢকা মাৰি তাৰ ফালে চাই কয়। "স্কুল কলেজত ফেইল কৰিলে আমাৰ অভিভাৱক সকলৰ আহি পৰে সেই উপকাৰ যেৰা—কিমান মহৎ গুণ। তাৰ পাচত তেলপেৰা ঘানীৰ দৰে এবেপ এৰেপ কৰে লাগি যোৰা, সব হব তেতিয়া কাম, আৰু তোমাৰ বংশ উদ্ধাৰৰ কাম।'

"সেই বুলি আৰু তুমি বিয়া-বাৰু নকৰাধাই?" মহন্তই হাতত থকা কিতাপখন জপাই থৈ তাৰ ফালে চাই।

"বিয়া-বাৰু কৰোৱা তাত আপত্তি নাই কিন্তু প্ৰথমতে নিজে মানুহ হোৱা আৰু নিজ মানুহৈহে লোককো মানুহ হবলৈ শিকোৱা। দহৰ উপকাৰত আহা, আৰু দেশৰ উপকাৰত আহা, তেন্তে মনুষ্য জন্মৰ সাৰ্থক হব। কিন্তু পৰীক্ষাত ফেইল কৰিলেই যে বিয়া-বাৰু কৰায় গৃহস্থী হব লাগে তাৰ কি মানে আছে? বুজিচা, মই বিয়া-বাৰু নকৰাও আৰু তাৰ কাৰণে যদি ঘৰ-ছুৱাৰো ত্যাগ কৰিব লাগে মই সাজু, আৰু এতিয়াহে নেলাগে ভবিষ্যতও যে মোৰ দ্বাৰা সেই কাম হব সেইতো আৰু ভবিষ্যতৰ গৰ্ভত। মিছাতে এটা হাৰমাল আৰু চপাই নলওঁ।"

"বুজিছা, জীৱনো অনিশ্চিত মৰণো অনিশ্চিত সেইদৰে বিবাহো অনিশ্চিত, অৱশ্যে তুমিও কৰ নোৱাৰা ময়ো কৰ নোৱাৰো।"

"যদি তোমাৰ দেউতাৰে বাধ্য কৰায়।"

"যদি শব্দটো উঠিবই নোৱাৰে, যদি বাধ্য কৰায় তেন্তে শেষ মীমাংশা হব গৃহত্যাগ কৰি মুকলিমূৰীয়া হৈ দেশৰ কাম কৰিম। বচ।"

"আ হা কথাটো একেবাৰে চমু কৰি পেলালা বৰ সহজ উপায়,—তেতিয়া যদি তোমাৰ দেউতাৰে ত্যাজ্য পুত্ৰ বুলি এৰি দিয়ে আৰু মাহীয়েৰৰ লৰাৰ নামে উইল কৰি যায় তেতিয়া কি কৰিবা?"

"তেন্তে তেতিয়া কি কৰিবা?" দুলালে এটা ব্যঙ্গ সূচক হাঁহি মাৰি কয়। "এইটো মহন্ত তুমি ভাবিছা নেকি যে ভাৰতৰ প্ৰত্যেক সন্তানে পৈত্ৰিক সম্পত্তিৰ ভাগ পায় আৰু পৈত্ৰিক সম্পত্তিৰ ওপৰত নিৰ্ভৰ কৰি খাই আছে। সঁচা কথা, দেউতাই মোক সম্পত্তি দি যাব পাৰে বা নিদিবও পাৰে আৰু দেউতাৰ বাগান আছে ব্যৱসায়-বাণিজ্য আছে কিন্তু কালিলৈ যদি দেউতা মৰাৰ পিচত মই সম্পত্তিবোৰ দুদিনতে যেই কোনো অসৎ উপায়ে উৰাই দিও? তেনে তেনেকুৱা সম্পত্তিৰ ওপৰত মই বা তুমি চিৰ দিন আশা কৰি থাকিব পাৰোনে? যদি নিজৰ চৰিত্ৰ, নিজৰ সন্মান, নিজৰ অৰ্থ-সম্পত্তি নিজে গতি লব

নোৱাৰো পৰৰ সম্পত্তিৰ ওপৰত টিঘিল ঘিলোৱা আৰু পৰৰ সম্মানেৰে আমুকাৰ পুতেক বুলি সম্মানীত হোৱা বা চিনাকি দিয়া কাপুৰুষালী মাত্র,—আৰু এটা কথা, মহন্ত সম্পত্তিৰ লোভত মই মোৰ নিজত্ব নেৰো।"

"তেন্তে তাৰে এটা দিহা কৰোৱা, হয় "মিল" এটা খোলা, নহয় 'কটেজ ইণ্ডাষ্ট্ৰীৰ" আৰু লগে লগে সমবায় মূলক কৃষি ফাৰ্ম এখনি খোলা আৰু মই সহকৰ্ম্মী হম।"

"বেচ, কিন্তু কিয় তুমি তেনে আৰু নপঢ়া"

"ওহো মই আৰু নাপাঢো আৰু ইচ্ছা কৰিলে মই লাহে লাহেও বি-এটো দিব পাৰিম। স্কুল ডিপাৰ্টমেণ্টত' যেতিয়া চাকৰি কৰিছো সেইটো "প্ৰিভিলেইজ" আমাৰ আছেই। নহলে মাষ্টৰি কৰিবৰ্লৈ কি দৰকাৰ, বি-এ টো পাচ কৰিনো কি শিংটো গজাম। এই বৰ্ত্তমান আধুনিক শিক্ষা কল্লেজৰ ডিগ্ৰিটো লোৱাৰ বাহিৰে আনটো একো নহয়, আৰু এই বৰ্ত্তমান যি শিক্ষা এই শিক্ষাইনো কি মানুহ গঢ়ি তুলিব সেইটো সেই বিভাগৰ কৰ্ত্তৃপক্ষ সকলেহে জানে। মোৰো প্ৰবল ইচ্ছা আছে কোনো তেনে এটা কাৰ্য্যকৰী পন্থা হাতত লবলৈ এই ধৰা "কটেজ ইণ্ডাষ্টিজ" বা সমবায় মূলক কৃষি ফাৰ্ম যত আমি শ শ মানুহ পোহ-পাল যাব পাৰিম দহৰ উপকাৰ কৰিব পাৰিম দেশৰ উপকাৰ কৰিব পাৰিম আৰু দেশক সমৃদ্ধিশালী কৰি তুলিব পাৰিম, তেনেকুৱা কিবা এটা কৰিবৰ খুব মন আছে।

আৰু যদি তুমি সচাকৈয়ে আগবাঢ়া মই মোৰ স্বাৰ্থ বিসৰ্জ্জন দি যেনে তেনে লাগিব পাৰো।"

"খুব ভাল কথা মহন্ত  মই তাকেইতো ভাবিছো, তোমাৰ নিচিনা এজন বন্ধু পালে নিশ্চয় সহায় হব আৰু কামত আগবাঢ়িব পাৰিম।"

কথা পাতি থাকোঁতেই যেতিয়া বাপেকে আহি "মইনা, মইনা,' বুলি কিহবাৰ কাৰণে মাতে তেতিয়াহে গম পায় যে ডাঙৰ ওৱাল ক্লকটোত বাৰটাৰ কাটা চুডাল একেলগ হবলৈ অলপ মান হে বাকী।



## দুই

বাৰিষা নামে। নৈত ঢল আহে। বান জুবি পানীৰে উপচি পৰে। খাল-বাম পানীৰে সমান হয়। বাঢনীপানী সোমাই বধাৰ দৈঙাৰ তল আৰু কচুৰনী উপচি পানীৰে চলচলীয়া হয়। লুইতৰ পাৰৰ কহুৱা গছবোৰ তল যায়। মানুহৰ ঘৰ-দুৱাৰ পানীৰ হেচাত ভাগি পৰে। আলি-পদূলীৰ চিন-মোকাম নাইকিয়া হয়। বাঢনী পানীত মানুহ উজান পৰে।

ঢল আছে আকৌ ঢল যায়। বাঁহ গছৰ ডলবিলাক বালিৰে বগাইছে দম বান্ধে। মাজে সাজে দবকা পৰে। পানী বহাৰ পাচত বগাইছে ঘাঁহৰ ওপৰত বাঢনী পানীৰ সাচ বান্ধে। গৰু ছাগলীৰ মৰা শ নৈত ওপঙি আছে। আকাশৰ ওপৰত শগুণ উৰে।

'মা, ইয়াত আৰু আমি থাকিব নোৱাৰো ইয়াৰ পৰা আমি উঠি যোৱাই ভাল।' বন্তিয়ে মাকক ৰাতিপুৱা চাহ খাই উঠি কয়।

'নথাকিনো কলৈ যাবি আই। আছেইবা কোন। দেউতাৰে উঠি যাম-যাম বুলিয়েই মৰি গল। মোমায়েৰেটো চকু কাণ দিবলৈ এৰিলেই। মাকে গুমুনিয়াহ এটা কাঢি চেৰেকীটোত আকৌ সূতা এনেচা সুমাই লয়।

'মা এটা কথা কৰিলে কেনে দেখা ?'

'কি কথা আই।'

'এই যে আমাৰ লোকেলবৰ্ডৰ মেম্বাৰজন আছে,' তাই কৰলৈ নৌ পাওঁতেই মাকে কৈ উঠিলে "অ' আছে পিছে কি কৰিব খুজিছ।

"তেওঁকেই কৈ মেলি দক্ষিণপাৰৰ নকৈ খোলা গ্ৰেজিংটোৰ যদি এদোখৰ মাটি লব পাৰো তেনে তালৈ উঠি গলে কেনে হব" বুলি বন্তিয়ে বতাটোৰ পৰা ভাবোলটো কাটি কাটি কয়।

'এৰা, বৰ ভালেই হব। কিন্তু ।'

কিন্তু কি মা' তাই যেন কিবা এটা সঙ্কোচত আচৰিত হৈ সোধে '

"একো নহয় আই , মাটিভোখৰ পোৱাৰ কথাহে ভাবিছো মেম্বাৰজনে জানো ইমানখিনি গাত লাগি কৰি মেলি দিব। "সোপা পালেহে বোপা ,—সোপা নেপালে কিহৰ বোপা।" আমাক নো কিটো আশাত ইমানখিনি কৰি মেলি দিব। বাক মামাৰলৈকে এখন চিঠি লিখি চাব পাৰ।"

"অ' মা ঠিকেই কৈছা। মামাৰ লগত মেম্বাৰ জনৰ বৰ ভাল। তাহানিখন হেনো একেলগে পঢ়িছিল। আজি এখন দৰ্খাস্ত মামালৈ পঠাই দিওঁ। আঁ-মা, বৰ ভাল হব নহয়।"

মাকে চেবেকীটোৰ পৰা উখাটোলৈ সূতা মেৰিয়াই অন্যমনস্ক হৈ কিবা এটা ক্ষাৱে।

'মা তুমি দেখোন একো নেমাতিলা।" বন্তিয়ে মাকৰ বাউসিত হেচা মাৰি দি সোধে। মাকৰ চকু দুটা সেমেকি উঠে আৰু আস্তাৰতেই এটোপা চকুৰ পানী গালেদি বৈ আহে।

"ভালেই হব আই, পাচে এটা কথা,' কোৱাৰ লগে লগেই মাকৰ হাতৰ পৰা উখাটো সৰি পৰে।

'কি মা'? তাই যেন কিবা এটা আটঙ্কত চিঞৰি উঠিল।

"বিশেষ একো নহয়। দেউতাৰৰ মৰিশালীটোৱে আৰু হাজাৰ হওক নিজৰ ঠাই ভোখৰ এৰিবনো কেনেকৈ

যাবলৈ সত যাব। অচিন ঠাই এভোখৰত ঠাই গছকি লোৱা আৰু ইয়াত থকা বহুত বেলেগ"। তাকে চাই যি ভাল দেখ কৰ। মই নো থাকিম কেইকাল।"

মাকৰ বহুত কথাই মনত পৰে। খৰালি কিমান দুখ এই ঠাইবোৰত মাছ-পুঠিটো, খৰি-খেৰ নৈৰ কাণত শাক পাচলিটো কৰিলেও সোনকালে হৈ আছে। মাকৰ ছয়া-ময়াকৈ খৰালি দিনবোৰ শস্য খেতবোৰ চকুৰ আগত ভাহি উঠে। হালি জালি ফুল হালধীয়া সৰিয়হৰ ফুলবিলাক চকুৰ আগত নাচি উঠে। কিন্তু বাৰিষা এটা দিনেই এটা বছৰ যেন লাগে। যিমানেই নহওক তথাপি জননী জন্মভূমি স্বৰ্গাদপী গৰিয়সী। মাহকী মানুহৰ স্বামী বিনে জীৱন অসাৰ। যিমানেই দুখ দুখ নহওক মৰিশালীটো এৰি যাবলৈ যেন মনটোৱে নকয়।

'মা' তুমি এটা কথা কৰিবাচোন।'

"কি কথা পুতলা," মাকে মৰমত কেতিয়াবা তাইক পুতলী বুলিও মাতে।

"আজি আবেলি মেধাৰৰ আগত কথাকো এনায় কথাৰ লাচতে উলিয়াবিচোন, তেওঁৰ পেটটো লোৱা হব।"

"বাৰু তই তেনে এটা কথা কৰগোৰ"

"কি?"

"পাখীৰ আছ নহয় অথনি খেৰোৱা"

'আছে।'

তেনে আৰু যি আছে খাব নালাগে। জুহালৰ ওপৰত ছুৱালিমান জাহাজী কলো আছে আৰু চুঙা এটাতে গাখীৰকনো তই যোগাৰ কৰ! মই বেগেতে পাতো পাতো থুই আছো।'

"বিজু আহ, তোৰ মুখ আচুৰি দিওঁ, মাৰ সৈতে গাৰলৈ যাবি।" পুতলীয়ে তাইৰ সৰু ভায়েকটোৰ মুখটো আচুৰি দিয়ে।

"বাইদেউ গাৰঁলৈ যাবি?" বিজুৱে পুতলীৰ ফালে চাই কয়, বিজুৰ বয়স পাঁচ বছৰ। সি ওপজা দিনাই বাপেকে কিবা এটা বেয়া বেমাৰত মৰিল। সেই দিন ধৰি গাৱঁৰ ওচৰ-চুবুৰীয়াৰ আশ্ৰয়তে সিহঁতৰ প্ৰাণী কিনিটি কোনো মতে ডাঙৰ দীঘল হয়।

মাকে ইতিমধ্যেই গা ধুবলৈ যায়।

মেম্বাৰে কেতিয়া নঙলাডাল খুলি আহি চৰাঘৰৰ দুৱাৰমুখ পালেহি, পুতলীয়ে তলকিবই নোৱাৰিলে।

পুতলী, মাৰা নাই নেকি?"

"আছে দদাইদেউ' পুতলীয়ে মেম্বৰক দদাইদেউ বুলি মাতে, কিবা হেনো অলপ লগাভগাও হয়।

"মাই গা ধুবলৈ গৈছে, বহক" বহক বুলি কৈয়ে ওচৰৰ চকী এখন জাৰি জোকাৰি দিয়ে। "কিবা হেনো আজি মাৰ আপোনালোকৰ ঘৰলৈ যাবৰ মন গল। তাই হাঁহি হাঁহিয়েই—কয় "বহুত দিন হেনো যোৱাও নাই।" আজি

আকৌ কিবা মনত পৰিল।" ইতি মধ্যেই মাকে কাপোৰ জোৰ সলাই আহি পাচফালে ঠিয় হলহি।

"পুতলী, অ পুতলী চাদৰ খন উলিযাই দেছোন সেই নীলা চুঙকেচটোতে থাকিব পায়।

'দিছো মা'

কাৰবাৰ লগত কথাপতা শুনি মাকে পুতলীক এনেয় সোধে। "কোন অ' পুতলী"?

"দদাদেউহে, সেইয়া তুমি যাওঁহে বুলিছিলা দদাইদেউ আমাৰ ঘৰলৈকে আহিল।" তাই আৰু কিবা খুজিছিল, মাকে ওলাই আহিয়েই চকু টিপ মাৰি দিলে।

"মই যাওহে বুলিছিলো বোলো বহুত দিন খোৱাও নাই। মাইজনীৰ মাকৰো গা ভাল নহয় বুলি শুনিছিলো এতিয়া ভাল হৈছেনে?" পুতলীৰ মাকে ওচৰৰ পিৰা এখনতে আহি বহি সোধে।

"এ আছে আৰু। তেওঁৰনো আৰু কি সদাযে যোৱা খোৱাই। দুদিন ভাল হলে দুদিন বেযা, এই মাজতে কেইদিন মান টুপটুপীযা হৈছে। আকৌ কেইদিনমান থাকি আকৌ পৰিব, ধানে মানুহে সমান হৈছে।"

পুতলীয়ে তামোলৰ বটাটো মাকৰ ওচৰত যত্নাই দিয়ে। মাকে ভাবকটাবাখনেৰে তামোলটো গুছাই গুছাই কয় "এবা আমাৰ নিচিনা মানুহৰ ফালে ছোৱা হলে মিছাই।"

"এহ্ ভাল কথা কৈছা, কেতিয়াবাই হাড়ুত ঘূণ পৰিলহেঁতেন।"

পুতলীৰ মাকে লগে লগেই তামোলৰ বটাটো আগবঢ়াই দিয়ে। মেম্বাৰে বটাটোৰ পৰা তামোল খন লৈ মাকৰ ফালে চাই সোধে 'কিবা দৰকাৰত যাওঁ বুলিছিলা নে এনেয়ে যাও বুলিছিলা'।

"এই এনেযেহে, বোলো বহুত দিন যোৱাও নাই। তাতে ঘৰতো এই গাখীৰ অৰণ শুণাই, কল ছুটামানো বোলো পকি আছে। এই আকৌ কলে মাইজনীৰ মাকে তাহানি কল বৰ ভাল পায় বোলো তাকে দি আহোঁ। মাজতে এদিন চাকৰৰ লৰাটো পঠাইছিলোঁ। সেইদিনা আকৌ কোনো কলেই নাই। তেওঁ চাগে বেয়াহে পাইছে।"

এহ্ "বেয়ানো পাব কিয় ? নহলেনো ক'ৰ দিবা", মেম্বাৰে অন্যমনস্ক ভাবেই কয়।

পাছে কিবা শুনিছিলো বোলে বৰ মইনাৰ হেনো বিয়া হব অহা আঘোনত নে বহাগতে কথাটো ঠিক হৈছেগৈনে নাই। এবা তেওঁৰো গা বেয়া সোণকালে একনী বিয়া কৰোৱাহে ভাল।" পুতলীৰ মাকে তল মূৰ কৰিয়েই সোধে।

"এহ্ কোনে কলে, ডাঙৰ ছোৱালীজনীৰ লৰা এটা বন্দবস্ত কৰিব নোৱাৰিলে লৰাকৈনো কেনেকৈ বিয়া পাতো। লৰাকৈ যাৰে-তাৰে ঘৰৰ একনী আনিব পাৰিম। ছোৱালী-জনী হিয়াহে আগ কথা, কি কোৱাহে পুতলী।"

পুতলীয়ে ছোৱালীৰ কথা ক'লত যেন লাজ পালে। তাই পাতল কৰি হাঁহি এটা মাৰি অন্য ফালে মুখ ঘূৰায়।

"এৰা আমাৰো এইপাত লহ লহ কৰে বাঢ়ি আহিছে নহয়। কাকনো সোধাম সেইবোৰ ভাবিলে ভয়তে ভগবন্তু উৰে।" মাকে সেলেঙী লগাই তামোলখন খাই খাই কয়।

পুতলীয়ে লাজ পায়। "ইস এই মা জনী" তাই লাজতে ভিতৰ সোমাই যায়।

"কিবা গেলা পচাৰ গোন্ধ এটা যেন আহিছে। পুতলীৰ মাকে গম পোৱা নাইনে?" মেম্বাৰে মাকক কয়।

"এৰা মযো পাইছো এই গেলা পলশ বোকাবোৰ গোন্ধাইছে। নৈৰ পানী বঢ়ানো কিমান দিন হৈছে। কালিৰ পৰাহে চোতালখন অলপ ওলাইছে।"

"এইদৰে ইটোৰ পাচত সিটো পানী আহিলে ইয়াত থকাই টানত পৰিব। এই একেমাহতে দুটা বাঢ়নী পানী। পাণবিলাক কেইটামান টান বদ পালেই জুৰুলী খহাদি খহিব"। বাৰীৰ কি শইছ থাকিব। আৰু লগে লগে গছ বোৰো শুকাই যাব।" মেম্বাৰে পাণবাৰী খনৰ ফালে চাই কয় "এ, এই চেন পাণদৰা তেনেই অন্তই হ'ল দেখোন"।

"পাণ কি কল পুলিবোৰ বঙাপৰি মৰি গৈছে, মন কৰা নাইনে আপুনি তলত খাৰ উঠিছে। এইবোৰকে ভাবি ভাৰি আমাৰ যে পুতলীয়ে ইয়াত থকাৰ নামকে নলয়। তাই আজি ধৰি উঠি যায়"।

"হয়নে পুতলী মেম্বৰে তাইক চিঞঁৰি মাতে "তই হেনো ইযাৰ পৰা উঠি যাবলৈ ঠিক কৰিছ"। মেম্বাৰে হাঁহি হাঁহিয়েই কয় "হে দেউতাৰ ককাৰ ইযাতেই সাত পুৰুষ মৰি গ'ল। এই হেন ভোগালী ঠাই এৰি যাবি ক'লৈ ?"

মেম্বাৰৰ কথাষাৰ শুনি পুতলী ওলাই আহিল। "নতয দদাইদেউ আমি ইয়'ত আৰু নেথাকো। শুনিছো বোলে দক্ষিণ পাৰে নতুন কৰি গ্ৰেজিং এটা আমাৰ মানুহৰ কাৰণে দিছে আপুনি যদি বা এটা বুদ্ধি কৰি ডেপুটি কমিচনাৰক কই মেলি দিয়াওক। ইযাত কিমান পানীত ওপঙি থাকিম"

সেইটোনো কি কথা, মই আজি ধৰি ৰবচাহাবক ক'ব পাৰোঁ। আৰু এডাখৰ মাটি দিয়াব পাৰোঁ, কিন্তু মাটি দিম সচ। তইতৰ মটা মানুহ নাইকিয়া কথা। কোনোনা ঘৰ এটাকে গাত লাগি সাজি দিব। হয় বোলে গাৱঁৰ দুই এজন উঠি মেলি গৈছে সিহঁতেই ধৰি মেলি সজি দিব। তাত মাটি ল'লে দুই নাও দুই ভৰিছে হ'ব। কথা মব বোলে "ইয়াতো নাগিলা খাই তাংগ পাবলৈ নাই"। এবা আই এইবোৰ ভাব এৰিদে। পাচত আকৌ লাগিলে কৰি বোলে যে দদাইদেউহে এই কামাৰ খালে। মোক আৰু ছুঁযিবলৈ নথবি।"

মাকে কথাটো গমি চালে হয় কথাটো সাচঁ। এখন্টাৰ আগতে যেনেকৈ ৰঙীন কল্পনা কৰিছিল হঠাত ভাগি চুৰমাৰ হ'ল।

"নহয় দদাইদেউ মই দৰখাস্ত কৰিম আপুনি যি পাৰে কৰি দিব।

মেম্বৰে তামোল এখন খাই উঠিবলৈ চেষ্টা কৰি ক'লে "পাচে মই আহিলোঁ। কেলেই সুস্থুধিলাই দেখোন' পুতলীলৈ চাই মেম্বাৰে কলে।

"জানো দদাইদেউ" তাইকৈয়ে মেম্বাৰৰ মুখৰ ফালে চাই।

"আহিলোঁ কেলেই—আগত বাৰ কি তেৰ তাৰিখে নগৰৰ পৰা ৰিলিফৰ চাউল দিবলৈ কেইজনমান মানুহ আহিব। তই পাৰিলে গৈ নামটো লিখাই আহিবি। কিজানি ঠিক নাই হয়তো তহঁতৰ ঘৰৰ ওচৰৰ পাঠশালা স্কুলটোতে কেম্প কৰিবলৈ দিওঁনে কি। তেতিয়া তহঁতৰ ইযাতেহে খুউৰা-ফুউৰা কৰিব লাগিব। আমি যা যাগাৰ দিম"।

"আপুনিযেই দেখোন নামটো লেখাই দিব পাৰে। তাই যোৱাতকৈ" মাজত ধৰি পুতলীৰ মাকে কথাতো কয়।

'এহ মইতো আছোঁৱেই। চাউল পাতো আহিব মোলৈকে। মোৰ যোগেদিয়েই দিয়া হব। তথাপি দুই চাৰি জন গোটখালে কথাটো ভাল লাগে। অতা কিজনৰে এটা বিশ্বাস হয়। বাক এই এতিয়া আহিলোঁহে' যাবলে ধৰোঁতেই পুতলীয়ে মাত লগালে "দদাইদেউ ৰ'বচোন গাখীৰকণে কল কেইটাহ লৈ যাওক।"

কেলেই তইঁত যাও বুলিছিলি নহয়' দদায়কে গাখীৰক চুঙাটো ল'বলৈ ধৰোঁতেই কথাতো কয়।

"এৰা আৰু আজিলৈ নেযাওঁৱেই। আনকাললৈকে এদিন যাম। লগে লগে পুতলীয়ে বস্তুকেইটা হাতত দি কয় "কথাটো আকৌ দদাইদেউ নেপাহৰিব। মই দৰখাস্ত কৰিম।"

পুতলী ভিতৰ সোমাই যায়। মেম্বাৰে বাটত যাওঁতে ভাবে হওঁকতেও এনেয়ে ওলাই অহা বিফল নহ'ল। দুই চাৰি জনক খবৰো দিয়া হ'ল। আটাইবোৰকেনো খবৰ দিয়া কি দৰকাৰ। সিবেলি এইদৰে দিওঁতে দিওঁতে নিজলৈ বছৰকটোৰ চাউলেই নেথাকিল। এইদৰে চিন্তা কৰি যাওঁতে যাওঁতে কেতিয়া মেম্বাৰে বগুলাৰ মুখ পালেগৈ ধৰিবই নোৱাৰিলে। মেম্বাৰ সোমাই গৈয়ে বৰ মইনাৰ মাকক বাহিৰৰ পৰাই মাতে। "হেৰা বোলো বৰমইনাৰ মাক শুনিছানে এইপিনে ওলাই আহাচোন।"

হাতত পাচলি কুটা কটাৰীখন লৈ বৰমইনাৰ মাক ওলাই আহে। দেখে যে মেম্বৰৰ হাতত এটা গাখীৰৰ চুঙা আৰু একাখি জাহাজীকল।

'হেৰা এইবোৰ ধৰাচোন" মেম্বাৰে মেম্বাৰণীৰ হাতত টোপোলাটো দিয়েই গাত পেলাই দিয়া চাদৰখন আলনা জালত থয়।

"আপোনাক বিচাৰি দেখোন কে'বাজনো মানুহ আহিছিলে। আপুনিনো কেনি কলৈ যায় সমস্ত মানুহ আহিলে দেখোন পাৱলৈকে নাই। তেওঁ হেনো আজি দুদিনো আহিছে। আজিও সিদিনাখৰ দৰে গাখীৰৰ ঘটি

এটা লৈ আহিছিল। কলে যে "মেম্বাৰ দেউতা আহিলে দিব মোৰ আৰু আজি দৰকাৰ আছে। মেম্বাৰ বা আহে কেতিয়া" মই এতিয়া যাওঁহঁ "সেই বুলিকৈয়ে এতিয়া অলপতে চিঠি লৈ গৈছে"।

'ও, পাছে তুমি কি ক'লা"

"কম কি বুলি। ক'লো যে কাইলৈ নিচেই প্ৰত্যুষতে আহিলেহে লগ পাব।"

"বাৰু ভাল কৰিলা, পাছে নামটো শুধিছিলানে?'

"ও শুধিছিলো, কলে যে হেজাৰী গাওঁৰ টিঙনা বড়া বুলিলেই চিনি পাব"

ইস্ ইস ইস টিঙনা বড়া আহিছিল যদি নেৰাখিলা কেলেই। এহ্ তুমিনো কি কামবোৰ কৰা আৰু" মেম্বাৰে বৰ চিন্তামগ্ন হৈ কথাষাৰ মেম্বাৰণীক কলে। "কিবা কাগজৰ লিষ্টি-চিষ্টি দিছিলনেকি"

"ক'তা তেনেকুৱাটো একো দিয়া নাই"

"এহ্ খালা-খালা, মানুহজন ধপাত চপাত এচিলিমকে দি এখন্তেক মই অহালৈকে ৰাখিব নোৱাৰিলানে? তুমিটো জানিবই পোৱা সিবেলি বিলিকৰ কাৰণে অহা চাউলবোৰ যে কিনি নিছিল। পোৱা ধন হাততে হেকৰালা নহয় এতিয়া। আগবো অলপ পইছা দিবলৈ আছিল এতিয়াও নগৰৰ পৰা সিদিনা খবৰ আহিছে বোলে বিলিকৰ চাউল আকৌ পঠাব। সেইবোৰৰ ভালি-মালি খেলিবলৈহে মই গাৱঁলৈ

েহ ছিলোঁ। এখস্তক ৰথা হলেই হয় মানুহজন। এহ ঢেৰেকুৱা মানুহ ডুনুহ আহিল দেখোন তামোল চাপ এডোখৰো উলিয়াই দিব পাৰা ভুৱাষাৰ কথা পাতি ৰহিবলৈ দিব পাৰা।'

"এহ মই মাইকী মানুহ। এইবোৰ আপোনা-লোকৰ তাপি মালি মইনো কেনেকৈ জানোঁ। বাক এইবাৰৰ পৰা চিন ৰাখিছো নহয়। কাইলৈ ৰাতিপুৱা আহিম বুলিছেই। অলপ পাছে জীয়া মাছো দি থৈ গৈছে।"

"হয়নে। এৰা দিবতো বাক মই এতিয়া গাটো তিয়াও কিবা এখন দিয়া।"

"এৰা ভাতো চেঁচা হল।"

—০—

তিনি

ডুলালৰ বাপেক বৃন্দাবন বৰুৱাৰ বঙলাত আজি হুলস্থুল ঠায়ে ঠায়ে ফুলদানি বিলাক মেজৰ ওপৰত সজাই পুৰণা পৰ্দাবোৰ গুচাই নতুন পৰ্দা আৰি দিয়া হৈছে।

হৰি বোলা চাকৰটোৰো খুব আনন্দ। তাৰো সাজ-পাৰ আন কালতকৈ চাফ চিকুন। পকা ফুল খনত ঠায়ে ঠায়ে

কুলাম দ'লছাবোৰ হৰিয়ে ধুনীয়া'ক পাৰিছে। চকী মেজ বিলাক ঠায়ে ঠাযে পৰিপাতিকৈ ৰাখি ওপৰত আৰি থোৱা ফটো'কেইখন হৰিয়ে পৰিষ্কাৰ কৰিছে। হৰিৰ আজি অপাৰ আনন্দ। বঙলালৈ আলহী আহিব আৰু সিযে আগ পিচ ধৰিব লাগিব। হাকিমবো আজি হৰিৰ ওপৰত খাতিৰটো বেছি। কাৰণ ওলাওঁতেও হৰি সোমাওঁতেও হৰি। হৰি নহলে বঙলাত দিনতে আন্ধাৰ।

'হেৰ হৰি, হৰি, অ বৰুবাই ভিতৰৰ পৰা ডাঙৰকৈ মাতে হৰিক।

'কি কৈছে দেউতা' সি উধাতু খাই হাকিমৰ ওচৰ পায়।

"এই ধপাত এচিলিম লগাই আন। ঘুৰঘুৰীটোৰ পানী যোৰ সলাই আনিবি।"

'আনিছো দেউতা" বুলি হৰিয়ে ভিতৰ সোমাই ধপাত এচিলিম লগাই আনি ঘুৰঘুৰীটোৰ নলিচা দাল হাকিমৰ মুখৰ আগত হৰিয়ে ডাঙি ধৰে।

ঘুৰঘুৰীটোৰ পৰা এটা শব্দ বাহিৰ হৈ কোঠাটো ধোৱাৰে ধুৱলি-কুঁৱলী কৰে।

'হৰি' বৰুৱাই গহীনাই মাতে।

"গৈছো দেউতা" বুলি কৈ হৰি ওচৰতে টিয় হয়।

'এই মইনা কেনি গল অ' ?" গম্ভীৰ স্বৰত হৰিৰ ফালে হাকিমে চকুটো ঘূৰাই কয়। ঘৰত দুলালক বাপেকে মইনা বুলিয়েই মাতে।

হৰিৰ মুৰত খজুবতি উঠে। দেউতা এতিয়াই আছিলে জানো কেনি গৈছে। অ' কোনোবা মানুহ এজনে মাতি নিছে নে কি?

"কোন মানুহ?" বকৰা আৰু গহীন হৈ প্ৰশ্নৰ সুৰত সোধে।

"নেজানো দেউতা কিবা হেনো মিটিং আছে মোক কলে মোৰ ভাত খোৱা অলপ দেৰি হব।'

"মিটিং আছে। তাক মিটিঙত ললে আৰু। বকৰাৰ কপালৰ শিৰ কেইডাল কোচ খায়, মিটিং আছে" বকৰাই গাৰগোৰাই উঠে। হৰি আতৰ হৈ যায়।

তুলালৰ মাহীয়েকে বান্ধনীটোক কিবা এটা কাম বুজাই ভিতৰলৈ সোমাই আহে।

"হৰা মইনা কেনি গ'লহে।' বকৰাই দীঘল হোপা এটা মাৰি বকৰানীৰ ফালে চাই সোধে।

"জানো আপোনাৰ লৰা কোনি গল মই কিবা লগে লগে ফুৰিছোনে? কাম নাই বন নাই মিটি আৰু মিটিং। শুনিছো বোলে লুইতৰ পাৰলৈ যাব দুই এদিনতে বিলিফৰ কিবা বয বস্তু দিবৰ কাৰণে।" মাহীয়েকে যেন বিদ্ৰূপৰ ভাবতে কথাবোৰ কৈ যায়।

"লুইতৰ পাৰলৈ যাব, বিলিফৰ বয়বস্তু দিবৰ কাৰণে এইবোৰ মতি গতি তাৰ মগজুত কোনে সুমুৱালে। তাৰ—কি দৰকাৰ যি মৰিল যি জিলে লাগিলে। তুমি জানো মইনাক কোৱা নাই যে আলহি আহিব বঙলাত থাকিব লাগিব। কৈয়ে বকৰা খঙতে ফোপাবলৈ ধৰে। পাচলৈ হাত দুটা কৰি

বকুবাই কোঠাটোত ইমানৰ পৰা সিমূৰলৈকে। কিবা এটা ভাবি অহা-যোৱা কৰে।

"কেছিয়া... কাণ... যে নাকুক লাগিলে এই বিয়া বাৰু নকৰাওঁ। তোমালোকক সেইবিলাকৰ কথা নিদিওঁ আৰু মোৰ কাৰণে বন্ধবস্তুও কৰিব নালাগে মই আৰু কেনেকৈ বুজাম সেই বোৱাৰীক। কৰবাত কিবা এজনীত কিবা হ'বগৈ। ভাল আমৰ গুটি বকৰাটীত গজিব। মোক আপোনাৰ লৰাৰ কথা নক'ব" মাহীয়েকক উচাট মাৰি পাৰ্টিকৰ মুখ পালেগৈ।

তেতিয়া পৰ্টিকৰ ডাঙৰ ওৱালক্লকটোৱে ট, ট, কৰি বাৰটাৰ কোব মাৰে।

দুলাল ঘূৰি আহোঁতে বেলি ভাটি দিলে। ভাত কেইটা খাই অকণমান বিছনাত বাগৰ সলালে। হৰিয়ে তললৈ মূৰ কৰিয়েই মাজতে এবাৰ চাই দি গৈছিল।

"হৰি, চাওঁ এই ফালে আহাচোন"

দুলালে চুৰুটটো জ্বলাই লৈ দিলে। যাবা নতুন 'ৰামধেনু'ৰ পাত কেইটা এনেয়ে লুতিয়াই থাকে মূৰটো ডাঙি তাৰ ফালে চায়। "কি কৈছে সৰু দেউতা' বুলি হৰিয়ে আহি মেজ-খনৰ গুৰিতে আমন জিমন কৰি ঠিয় হয়।

"হেৰ মোক বিচাৰি কোনোবা আহিছিল নেকি ?"

"নাই অহা সৰু দেউতা, হাকিম দেউতাইহে আপোনাৰ কথা সুধিছিলে। "হাকিম দেউতাৰে বিচাৰিছিলে কিয় ? পাছে তই কি বুলি কলি ?" "মই, মই আৰু সচাঁ কথা নকওঁ বুলিয়েই

ভাবিছিলোঁ। দেখিলোঁ যে পাচত বিপদ আছে। সেইদেখি ক'লো যে কোনোবা এজনৰ লগত বাহিৰলৈ ওলাই গৈছে।'

"মিটিঙলৈ যোৱাৰ কথা কৈছিলিনেকি?

সি সেমেনা সেমেনি কৰিয়েই উত্তৰ দিলে "ছয় সক দেউতা ক'লো পাচত বৰ খং উঠা যেন দেখি মই আঁতৰি গ'লো। তাৰপাচত আনো হাকীমনীয়ে কি ক'লেহি নেজানো।"

"হাকিমনীয়ে কি কলে নেজান, কিবা দিয়া থাকৰ কথা শুনাইছিল নেকি?"

"ছয় সক দেউতা।"

'পাচে হাকিম দেউতাৰে কি কলে?

"হাকিম দেউতাই একো কোৱা নাই। হাকিমনীয়ে জানো কিবা কিবি বহুত ক'লে। যে কৰবাত কিবা এজনী আনিবগৈ"

"থাক যা" জুলানে চুৰতটোত দীঘল কৰি হাপ এটা মাৰি কিবা এটা ভাবিলে। হৰি ইতিমধ্যে কোঠাটোৰ পৰা ওলাই গ'ল। সি কোঠাটোৰ কেউ ফালে এপাক চকুফুৰাই চালে। কৰ্ম্মবীৰ নবীন বৰদলৈৰ ছবিখন তাৰ চকুত পৰে। তাৰ পৰা চকুটো আঁতৰাই আনি কাপোৰৰ ওপৰত সূতাৰে বচা আখৰ কেইটা এবাৰ মনতে পঢ়িলে।

"মাতা শত্ৰু পিতা বৈৰী যেন বালো নপাঠিতঃ
নশোভতে সভা মধ্য হংস মধ্যে বকো যথা।

আকৌ তাৰ চকুটো ঘূৰাই আনি মেজৰ ওপৰতে থকা গ্লোবটোত থাকিলে। চৰতৰ খোৱাই কোঠাটো তেতিয়া

ধুৰলী কুৰলী। আধা খোৱা চুৰতটো 'এছট্ৰে' খনত পেলোৱাৰ আগতে আৰু এটা চুৰত জলালে। তাৰ পাচত হাতটোৰে এবাৰ গ্লোবটো ঘূৰালে। প্ৰথমতে চকুদুটা স্থিৰ কৰি বাছিয়াৰ ওপৰত ৰাখি আকৌ গ্লোবটো অকন মান ঘূৰাই চীনৰ ওপৰত চকুটো ৰাখি একেকোবেই জাপানৰ ওপৰত ব'লহি। জাপানেদি আহি কোৰিযাত চকুটো আকৌ স্থিৰ কৰি ৰাখি কিবা এটা ভাবিলে। থার্টি এইট পেৰালেলতে পেনছিন ডালেৰে ফোঁট এটা দি একোকাবতে শ্যাম দেশইদি ব্ৰহ্মাইদি আহি ভাৰতত ব'লহি। পূৰ্ব্ব পাকিস্তানৰ সীমাৰ ওপৰত চকুটো ৰাখি নিৰীক্ষণ কৰিলে বৃহত্তৰ বংলা খন। সি মনতে ভাবিলে ইস তানেই সৰ্ব্বনাশেই হল বাংলা খন। আসাম খন আৰু বিহাৰ খন যদি লগলাগিল হেতেন অৱশ্যে বহুত ডাঙৰ হ'লহেঁতেন। তাৰ পৰা আকৌ চকুটো আঁতৰাই আনি পশ্চিম পাকিস্তানৰ সীমাটো এবাৰ পাক মাৰি চালে। তাৰ পাচত তাৰ চকু পৰিল ভূস্বৰ্গ কাশ্মীৰৰ ওপৰত।

ইস পাকিস্তানৰ সীমাৰ ফালে বৰ ওখ। ভাৰতৰ সীমাৰ ফালে যদি কিছুমান মাটি তুলি দিলেহেঁতেন সমান হ'লহেঁতেন। চুৰতৰ ধোঁৱাবোৰ তেতিয়া বেলৰ ইঞ্জিনৰ দৰে ওলাই গ্লোবটোৰ চাৰিও ফালে ধুঁৱলী কুৱলী কৰে। সি এনেয়ে সীমাটোলৈ কিবা এটা ভাবিলে এবা বালিবোৰেৰে ভেটা দিলেনো কি হ'ব। তাৰ পাচত সি আধাখোৱা চুৰতটো 'এছট্ৰে' খনত পুনৰ পেলাই দিলে। আকৌ আধাখোৱা টুকুৰাটো

পেলাই দিয়াৰ লগে লগে আৰু এটা জ্বলাই ল'লে। জ্বলি থকা জুইশলাৰ কাঠিটো 'এছট্রে খনত' পেলাই দিয়াত আধাপোৰা জুইচুলাৰ কাঠি আৰু চুৰুটৰ টুকুৰা কেইডাখৰ ক্রমাৎ ধোঁৱাবলৈ ধৰে।

চুৰুতটো মুখত দি আকৌ গ্লবটো ঘূৰাবলৈ লাগিল। এইবাৰ সি চকুদুটা পাৰস্যইদি নি তাৰ্কিৰ ওপৰেদি জার্মানি ফ্রান্স, স্পেনলৈ একেকোবাতে 'ইংলিছ চেনেল' পাৰহৈ ইংলণ্ডত ৰাখিলে তাত অলপ পৰ ৰৈ কিবা এটা ভাবিলে আকৌ গোলক ঘূৰাই আমেৰিকাত ৰাখিলে। ঠিক তেতিয়া এছট্রে খনৰ ৰবাৰৰ নাইকিয়াতে আধাপোৰা জুইশলাৰ কাঠিবোৰ ভমক কৰে জ্বলি শেষ হ'ল। লগে লগেই ওৱালক্লকটো টং টং টং কৰি ৰিঙিয়াই বাৰ মাৰে। সি বিচনা খনৰ পৰা উঠি বাহিৰৰ 'লন' খনৰ ফালে চালে। মাজত এখন ধুনীয়া মটৰ গাড়ী দেখিলে নিৰীক্ষণ কৰি চালে। কোনোবা আহিছে। গাড়ী খন চিনা কি চিনাকি যেন লাগিল।

আকৌ আৰামী চকী খনত ভৰি দুটা মেলি দীঘল দি লগে লগে আসাম ট্রিবিউন খন মেলি ল'লে। 'হেডিং'টো পঢ়ি চালে বান পানী হৈছে ইমান বান পানী অসমত। ইয়াৰ পিচত সি কাগজ খনৰ 'হেডিং' বিলাক এটা এটাকৈ পঢ়ি ওপৰে চালে। অ যথেষ্ট সাহায্য দিছে ভাৰত গভর্ণমেণ্ট। অন্যান্য দেশৰ পৰাও যথেষ্ট বস্তু দিছে বানপানী পিড়িত লোক সকলৰ কাৰণে। অসমৰ মাৰোৱাৰী

বিলিফ চচাইতি। বহুত বুত দান দিছে। হওঁক ভোকত মৰিব নালাগে।

হঠাৎ সি কোনোবা অহা যেন গম পালে।

"অ মহন্ত আহঁা," সি চিঞৰি কৰে হাঁতি এটি মাৰি তুলা ত ওচৰৰ চকী এখনত বহে।

বহঁা মহন্ত অথনি মিতিঙলৈ নাহিলা।'

'এবা সময়ে নেপালো। দেখোন' পাছে বিলিফত কোন যাব কিবা বন্দোবস্ত হলনে?'

"এক ৰকম হৈছে। দুটা দল যাব লাগিব। আমি এদল যাব লাগিব লুইতৰ পাৰৰ ফালে। আন দল আক আগত।"

"হৰি"

'কি কৈছে সক দেউতা'

'এইযালে আহ, চুকাপ চাহ আন। আনিছোঁ বুলি হবি।'

ভলাই গৈয়ে আপ পৰৰ পাতে চুকাপ চাহলৈ সামাই আহে। হৰিয়ে চাহ চুকাপ থৈয়ে উধাতু খাই কোৱাৰ দৰে কয় 'সক দেউতা, হাকিম দউতাই মাতিছে।'

'কিয়? ক'ত আছে।'

'অইং কম লৈকে মাতিছে।' হৰিয়ে কৈ'য 'এচট্রে'খনৰ পোৱা চিগাৰেতৰ চাইবিলাক বাহিৰৰ ফালে পেলাই দিয়ে।

ছলালে চাহত সোহা এটা মাৰিয়েই মহন্তৰ ফালে চাই কলে 'মহন্ত তুমি বহাঁ মই এতিয়াই আহিছোঁ।

দুলালে পৰ্দাখন দাঙি ড্ৰইং ৰুমৰ ভিতৰ ফালে সোমাই যায়।

'অ' বহা দুলাল' বৰবৰা উকিলে হাঁহি এটি মাৰি ওচৰৰ চকীখনতে বহিবলৈ কয়।

'ইয়ে মোৰ ডাঙৰ ল'ৰা' দুলালৰ বাপেকে ঘূৰঘূৰাৰৰ লিছা দালত দাখিল কৰি ঢোপা এটা মাৰি বৰবৰা উকিলৰ ফালে চাই গহিনাই কয়।

"মই এওঁক চিনি পাওঁ নহয়। সভাই-সমিতিয়ে দেখিছোঁ। সিদিনা বৰচাহাবৰ বঙলাত লগ পাইছোঁ।" বুলি কৈ উকিলে মিচিকি কৰি হাঁহি এটি মাৰিলে।

দুলালে কটপিন চকু ঘূৰাই চালে। উকিলৰ দাঁতিতে উকিলনী আৰু জীয়েক অৰ্চনা। তাৰ অৰ্চনাৰ চকুৱে চকুৱে পৰাত তাই তললৈ মূৰ কৰে আৰু বাপেকৰ ওচৰতে আন এখন চকিত মাহীয়েক।

দুলালৰ লাজ লাগে। সি সেমেনা-সেমেনি কৰে। সি কোনো দিনেই এনেকুৱা অৱস্থাত পৰা নাছিল। অৰ্চনাক সি বহুত দিন দেখিছে। অৰ্চনায়ো তাক দেখিছে। তাহানিখন কলেজত 'ফাৰ্ষ্ট ইয়েৰত' পৰীক্ষাত চুৰ কৰি কলেজ এৰি দিয়াৰ দিন ধৰি। তাৰ বাহিৰেও কে'বাদিনো কে'বাজন ডেকাৰ লগত সি প্ৰায়ে চিনেমা হলত লগ পায়। আৰু এটা কথা তাৰ স্পষ্টকৈ মনত পৰে চাৰি আলিত লৰাটোলৈ চেণ্ডেলপাত ডাঙি ধৰা কথা লৈ। কম সাহস নহয় ছোৱালীজনীৰ।

অলপ সময় আটাইকেউজন নিমাতে থাকি উকিলেই ছুলালক আকৌ সুধিলে। "পাচে তুমি এতিয়ানো কি কৰিম বুলি ভাবিছা।" ছুলালে লাজ পোৱাদি পালে। ছি কলেজত ফেইল কৰিলো বুলিয়ে ইমান অপমান সূচক প্ৰশ্ন। মানুহে তোমাৰ দৰমহা কিমান বোলাৰ নিচিনা কথা।

সি অলপ পৰ নিমাতে থকাৰ দাৰে থাকি কৈ উঠিল' ভবাকৈ একে ভবা নাই। মনতে ঠিৰাং কৰিছো এটা কাপোৰৰ মিলকে বহুবাম বুলি। কি 'চেণ্ট্ৰল গবৰ্ণমেণ্টৰ 'ইন্দাষ্ট্ৰিয়েল লন' পাও মিল এটাই খুলিম। সিদিনা ডেপুটি কমিচনাৰ আৰু মিনিষ্টাৰৰ আগত কথাটো কিলিফকৈ যাওঁতে মাজতে উলিয়াইছিলো।'

"বৰ ভাল কথা, বৰ ভাল কথা' উকিলে হাঁহি এটি মাৰি তাৰ কাণে চকীখন ঘৰাই ক'লে, পাছে মিনিষ্টাৰে কি কলে?

মিনিষ্টাৰে কয় যে এখন আঁচনি দিয়ক আৰু কিছু কামত আগবাঢ়ক আমি যি পাৰো কৰিম।'

'ইস বৰ ভাল কথা', বৰ ভাল কথা। তোমালোকৰ নিচিনা ডেকাল'ৰাই এইবোৰ কামলৈ যদি আগবাঢ়ে বৰ ধুনীয়া কথা। দহৰ উপকাৰ, দেশৰ উপকাৰ, শত শত গৰীবৰ জীৱিকা নিৰ্ব্বাহৰ স্থল হব। বুজিছে বকৰা ছুলালে বৰ ভাল কামত হাত দিব খুজিছে। বকৰাই তেতিয়া

ঘুৰঘুৰিটোৰ পৰা টান এটা মাৰি কয়। "জানো সিয়েছে জানে মই আৰু বুঢ়া হৈ আছিলো এইবাৰ এতিয়া সকলো সিহঁতৰেহে।" বৰুৱাই গহিনাই উকীলৰ ফালে চাই কয়।

পৰিষ্কাৰ আকাশখন—অকস্মাৎ মেঘাচ্ছন্ন হোৱাৰ দৰে বাপেকৰ মৰমৰ টানটো মাহীয়েকে সহ্য কৰিব নোৱাৰে।

"পাছ আছিলো কেনেই তুলাল সুস্থ্ধিলাই।" উকীলে হাঁহি হাঁহি তুলালৰ ফালে চাই কয়। উকীলে কোৱাৰ লগে লগে অৰ্চ্চনাই তললৈ মূৰ কৰে। উকীলনী আৰু মাহীয়েকে তুলালৰ মুখৰ ফালে চাই থৰ লাগে—যে কি উত্তৰ আহিব পাৰে। যেন হঠাৎ কিবা এটা ঘটিব। ইতিমধ্যে ওচৰৰ কিতাপৰ ৰেকখনৰ পৰা তুলালে 'গ্ৰউথ অব দি চযল' বোলা কিতাপখন আনি এনেয়ে লুটিয়াই থাকি উকীলৰ ফালে মূৰ ডাঙি চাই কয়। 'জানে'?

অলপ পৰ আটাইকেইজন নিতাল মাৰে। উকীলে ওচৰৰ বটাটোৰ পৰা আকৌ তামোল এখন আনি খায়। আৰু তুলালৰ মুখৰ ফালে চাই হাঁহি হাঁহি কয় "মই দেউতাৰক হাতমাধ্যই কোছাৰেই। সেইয়া মাহীয়ৰাও আছে। এটা কথা, তোমালোক আৰু আমি পৰ মানুহ নহয়। আহ-যাহ নাই দেখিছে, আহিলেই আপোন নাহিলেই পৰ। বোলো মিতিৰতে মিতিৰ কৰো," ইমান পাৰ ক'ম

ক'ম বুলি থাকি উকীলে কথাটো কৈ পেলালে। "কেনে দেখা দুলাল ?"

দুলালে ভাবি থকা কথাটোৱেই ঠিক—কন্যাদাতা। দুলালে খিলখিলকৈ হাঁহিলে। আকৌ গহীন হৈ গ'ল। লগে লগে অর্চ্চনাই এবাৰ দুলালক চুৰকৈ চালে। দুলালৰ চকুত অৱশ্যে ধৰাও পৰিল। অর্চ্চনাই আকৌ তললৈ মুৰ কৰিলে। অর্চ্চনাৰ হঠাৎ চকুৰে চকুৱে পৰাত হাঁহি উঠিবৰ উপক্রম কৰিছিলে, কিন্তু তলৰ ওঠটো কামুৰি ধৰি কোনোমতে ৰক্ষা পৰিল। কাৰণ ইউনিয়ন চেক্রেটৰী পাতিবৰ দিনা তাইৰ ভোটটো তাৰ প্রতিদ্বন্দ্বী জনকহে দিছিল। ভাগ্যে সি হাৰিল।

"মিতিৰ কৰিবলৈ আপত্তি নাই। কিন্তু প্রথম কথা চকক স্থুধি চাউল নবহায়। দ্বিতীয়তে দেউতা জীয়াই আছে। সেইটো কথা মোক নোসোধাই ভাল আছিল।" দুলালে যেন বজ্রাঘাত হিচাপে কথাটো কলে। উকীলে কোৱাৰ লগে লগে লাজ পালে যেন আঘাত লাগি গ'ল। উকীলৰ মুখৰ চেহেৰাটোৱে বৰণ সলালে।

"ঠিক কৈছা দুলাল, কিন্তু আজি কালিৰ আটাইবোৰ লৰাই যে মাক বাপেকৰ কথা নুশুনে। সেইয়ে মতামত লব লগীয়া হ'ল। বেয়া নেপাবা। মই জানো তুমি দেউতাৰৰ হাক বচন মানি চলা। আৰু নগৰত তোমাৰ যথেষ্ট স্থান আছে।" উকীলে মিহি সুৰেৰে কথাকেই আয়াৰ কয়। কোৱাৰ লগে লগে দুলালে তাৰ হাতৰ

কিতাপখন আকৌ বেকত থৈ দিয়ে। সি এবাৰ কোঠাটো চকু ফুৰাই চায়। গ্ৰাচ পেইণ্ট কৰা আধৰ কেইটাত চকু পৰে।

"পিতা স্বৰ্গ পিতা ধৰ্ম্ম পিতাহি পৰমং তপঃ
পিতৰি প্ৰীতিমাপন্নে প্ৰীয়ন্তে সৰ্ব্ব দেৱতা"।

"মোক যদি আপুনি সুধিলে মই কবলৈ হলে দেউতাই ভাল পোৱাটোকে কৰিম। ইতিমধ্যেই উকীলনী উকীল আৰু আটাইকেউজনৰ মুখৰ চেহেৰাটো ভায়ৰৰ মুখৰ ৰঙ চেৰেঙাৰ দৰে পোহৰ হৈ উঠিল। অৰ্চ্চনাই আকৌ এবাৰ মূৰ তুলি চালে। সি অন্য মনস্ক হৈ গল। "কিন্তু•• সি আকৌ কবলৈ আৰম্ভ কৰিলে। কিন্তু এটা কথা স্পষ্ট ভাৱে কৈ যোৱা বোধহয় উচিত হব যে মই এতিয়া বিয়া বাৰু নকৰাওঁ। আৰু মই যে কেতিয়াবা বিয়া বাৰু কৰাম বোধহয় তাকো আশা নাই। কিয়নো প্ৰথম কথা হল— দেউতা জন্মৰ গৰাকী তাৰ বচন মানি চলিব লাগে সঁচা কথা—কিন্তু সেই বুলি যে অযুক্তিকৰ এটা কথা সমৰ্থন কৰিম—সি কেতিয়াও হব নোৱাৰে। দ্বিতীয়তে নিজে নিজৰ ভৰিত যি পৰ্য্যন্ত ঠিয় হব নোৱাৰিম সেই পৰ্য্যন্ত মই আগবাঢ়িব নোৱাৰিম। তৃতীয়তে মোৰ বিয়া-বাৰু কৰাবলৈ আপত্তি নাছিল কিন্তু দেশৰ যি অৱস্থা, প্ৰকৃতিৰ যি দুৰ্যোগ, নিবনুৱাৰ যি সমস্যা আৰু লগে লগে যি অৰ্থ সঙ্কটে আহি দেখা দিছেহি—আমি মানে আমাৰ নিচিনা দুটি

অহা ডেকাই তাৰ পৰা মুক্তিৰ কাৰণে সংগ্ৰাম কৰিব লাগিব। সন্মুখত আজি যি দুৰ্ভিক্ষ, যি বিপদ আৰু যি ক্ষুধাতুৰৰ প্ৰাণে কান্দি আমালৈকে চাই আছে। সিহঁতক দিব লাগিব আমি ৰক্ষাৰ উপায়। আজি ভাৰতত গণতন্ত্ৰ শাসন ভাৰত আমাৰ স্বাধীনতা আমাৰ, স্বাধীনতা জন্মগত অধিকাৰ ভাৰত স্বাধীন, আৰু সেই জননী জন্মভূমি ভাৰতক আমাৰ নিজৰ তেজ দি গঢ়িব লাগিব। মহাত্মাৰ নিচিনা যি এজন মহামানৱে এই ভাৰততে জন্মগ্ৰহণ কৰিছিল, যি ক্ষুধাতুৰ, যি অৰ্দ্ধনগ্ন জাতিৰ কাৰণে নিজে তেজ দি যি অহিংস পৰমোধৰ্ম্ম মন্ত্ৰৰে ভাৰতক চিৰদাসত্বৰ পৰা মুকলি কৰি থৈ গৈছিল, সেই ভাৰতক আমাৰ তেজ দি স্বাৱলম্বী কৰিব লাগিব। নিবনুৱাৰ সমস্যা যি কোনো ধৰণেই দূৰ কৰিব লাগিব। তাৰ কাৰণে আমি সজাগ হব লাগিব, তাৰ কাৰণে আমি সংগ্ৰাম কৰিব লাগিব। বুকুত অসীম সাহস লৈ কৰ্ম্মক্ষেত্ৰত নামি গৈ আমাৰ ক্ষুদ্ৰাদপি ক্ষুদ্ৰ স্বাৰ্থ পৰিত্যাগ কৰি সিহঁতক গঢ় দিব লাগিব মানুহ কৰিব লাগিব আৰু সেয়ে হলেহে তাৰ পাচত আহিলে আহিব পাৰে আমাৰ ঘৰুৱা সমস্যা।'

উকীলে খেক্ খেক্ কৰে হাঁহি গছিনাই কলে— "তুমিতো বহুত কথাই ক'লা দুলাল।' ইতিমধ্যেই বৰুৱাৰ কপালৰ শীৰ কেইদাল কোচ খায়। উকীলে আকৌ হেঁ হেঁ কৰে হাঁহিবলৈ ধৰিলে। কিন্তু সেই হাঁহি আছিলে অপমান সূচক।

'মইনা' দেউতাকে গহিনাই মাতে। 'মই কথা দিছো।'

'কিয় কথা দিলে দেউতা, মই আপোনাৰ অবাধ্য নহও কিন্তু ।

'কিন্তু কি' বকৰাই গহীন মূৰ্ত্তি ধৰে।

'কিন্তু চিন্তু ইয়াত একো নাই। মই কথা দিলো কথা ৰাখিবই লাগিব।'

'ছুলালে মূৰ'টা জোকাৰে। দেউতা সি কেতিয়াও হব নোৱাৰে। আগহে দেশক আগবঢাই নিব লাগিব। দেউতা কথা নিদিব মই এতিয়া কেতিয়াও বিয়া নকৰাও, মই বিয়া কৰাবলৈ বাধ্য নহও।"

"বাধ্য নহও, হোঁ" বুলি বকৰাই হুমুনিয়াহ এটা কাঢি ভীষণ গহীন মূৰ্ত্তি ধৰি কয়।

ছুলাল চকীৰ পৰা উঠি লাহেকৈ ওলাই যায়।

মাহীয়েকে সুবিধা বুজি কথাটো কয়। 'মই নকৈছো তেওঁৰ মতি-গতি বেয়া।'

"গতি-মতি বেয়া ক'ত যাব সি। সি মোৰ অবাধ্য হব পাৰে ?"

কোঠাটো ক্ষন্তেক পৰৰ কাৰণে কাহ পৰি জিন যায়। উকীল আৰু উকীলনি যাওঁবুলি লাহেকৈ উঠি যায়।

ছুলাল আৰু মহন্তও অলপ পৰৰ পাচতে বঙলাৰ পৰা ওলাই যায়। বাটত উকীলৰ গাড়ীখনে সিহঁতক পাচ পেলাই গাড়ীখন বেকা আকটো পাৰ হৈ আগ বাঢে।

—:•:—

# চাবি

ভৰ ব্ৰহ্মপুত্ৰৰ প্ৰবল সোতত বিলিফৰ নাওখন আগবাঢি যায়। দুলাল বিলিফ কমিটীৰ সম্পাদক। নাৱত নাৱৰীয়া আৰু সহকৰ্ম্মী তিনিজন। পালতৰা নাওখন ঢৌৰ মাজে মাজে লুইতমুখীয়া হৈ গৈ থাকে। ঢৌৰ ছিটিকণি খাই পানীবোৰ উফৰি যায়। বঠত পানীবোৰ তিৰবিৰাই উঠে।

নাৱৰীয়াৰ হেঁও হেঁও শব্দটো দুলালৰ কাণত প্ৰতি মুহুৰ্ত্তত বাজি উঠে। নাৱৰ বাৰত লাগি পানীবোৰ দুলালৰ গাত ছিটিকি পৰে।

দিনেৰে আধাদিন ৰাতিৰে এৰাতি পানীৰ মাজত যোৱাৰ পাচত নিচেই ঢল পুৱাতেই লুইতৰ ভৰ সুঁতিৰ ওচৰত উজান মুৱা হৈ নাওখন আগবাঢি গৈ থাকে। দুয়োকাষে কহুৱা ফুলবোৰ ওলাই জিলিকি উঠে। ঝাকে ঝাকে পানীৰ মাজত অগনন পানীহাঁহ সঙ্ঘবদ্ধ হৈ ইফালে সিফালে অহাযোৱা কৰে। ৰাতি পুৱাৰ সূৰ্য্যৰ কিৰণ পৰি ঢৌত লৰখোৱা পানীবোৰ চিক মিকায় উঠে। দূৰৈত লুইত পৰীয়া গাওঁখন জিলিকি উঠে। পাৰত বৈ থকা মিৰি দেউৰীবিলাকে চিঞৰি উঠে। "ঔৱা আমাৰ নগৰৰ চাউল দিয়া ককাইহঁত আহিছে। ঔৱা ঔৱা" সিহঁতৰ চিঞৰবোৰ দুলালৰ কাণত বাজি উঠে।

নাৱৰীয়া ককাই নাওখন চপাই দিয়া। সেয়া মানুহ দেখালৈকে আমি আহিছোঁ। শেষ হল। নাৱৰীয়াই লাহে লাহে গুৰি ধৰি নাওখন চপাই দিয়ে। পচ খাগৰিত লাগি নাওখনে টুলং ভুটং কৰে।

পাৰত ৰৈ থকা মিৰি দেউৰীবিলাকে হৈ চৈ লগায়। দুলাল নামি যায়। মেম্বাৰজনে আহি দুলালক নমস্কাৰ জনায়। দুলালেও প্ৰতি নমস্কাৰ জনোৱাৰ পাচত মেম্বাৰৰ লগত থকা দউৰী কেইজনক নাওত থকা চাউল পাতবোৰ নমাবলৈ হুকুম দিয়ে।

মেম্বাৰৰ হাতত নাওত থকা চাউল আৰু কাপোৰৰ সংখ্যাৰ এখন লিষ্ট দিয়ে। 'ককাইহঁত, চাউলবোৰ আৰু কাপোৰৰ গাঠি কেইটা সো স্কুল ঘৰটোলৈকে আন," সিহঁতে চাউলবোৰ নমাবলৈ ধৰাৰ লগে লগেই দুলাল আৰু সহকৰ্ম্মী কেইজন মেম্বাৰৰ লগত আগতে বন্ধবস্ত কৰি থোৱা স্কুল খনৰ ফালে আগবাঢ়ে।

"ইয়াৰ পৰা কিমান দূৰ যাব লাগিব।" মাজতে দুলালে মেম্বাজনক প্ৰশ্নৰ সুৰত সোধে।

"সেইয়া তামোলনীদবাৰ কাষৰ ঘৰটোৱেই" বুলি মেম্বাৰে আঙুলীটোৰে দেখুৱাই।

"ইস্ বৰ পানী উঠিছিলে।" দুলালে কছুৱানী দবাৰ ফালে চাই কয়।

"ভাল কথা কৈছে সেই যে পানীৰ চিন দেখিছে সেই সিমানলৈকে। গছবোৰ চিন মোকাম নোহোৱাকৈ তল গৈছিল।"

"ইস্ মানুহবোৰ কেনেকৈ আছিল হৰি হৰি। গৰু ছাগলীবোৰ এক৷?"

"গৰু ছাগলীবোৰ ওখ ঠাই চাই আঁতৰাই নিয়া হৈছিল।"

'পানী কেই দিন আছিল?' গৈ থাকোতে মাজতে ছুলালে সোধে।

'বাঢনী পানী বেচি দিন নেথাকে। মাজতে ছুদিন আৰু এৰাতি আছিল। ইয়াৰ মানুহৰ দুখে কুলাই পাচিয়ে নধৰা হৈছে।

'এহ্ হবতো আৰু ইয় হবলৈ যত ঠাই নাই, ইস্ ইস্ ইস ইস।"

"কিয় আপোনালোক ইয়াৰ পৰা অইনঠাইলৈ উঠি নেযায় কিয়?'

"বছৰি ইমান পানী নাবাঢে। এই বছৰ আৰু যাৱা বছৰহে পানাৰ দৌৰাত্ম্য বেছি"

কথা পাতি যাওতে কেতিয়া স্কুল ঘৰটোৰ সন্মুখ পালেগৈ তৰ্কিবই নোৱাৰিলে

"চকীদাৰ, দীঘল বেঞ্চ এখন আৰু চকী চাৰি পাচখন মান বাহিৰলৈকে উলিয়াই আন।" মেম্বাৰ জনৰ আদেশৰ লগে লগেই সি চকী কেইখনমান উলিয়াই আনে।

মেম্বাৰ জনে বহক বুলি আটাই কেউজনক কোৱাৰ পাচত মেম্বাৰে পুতলীহঁতৰ ঘৰৰ ফালে খোজ লয়। পুতলী-হঁতৰ ঘৰৰ আগতেই পাঠশালা স্কুলখন।

'চাহ দিছনে পুতলী ? পুতলীহঁতৰ ঘৰতে মেম্বাৰে বিশিষ্ট অহা মানুহ কেইজনক ভাত চাহ খোৱাৰ যোগাৰ সেই কেইদিনৰ কাৰণে ঠিক কৰি দিছিল। বাকী ব্যৱস্থা অৱশ্যে স্কুল ঘৰতেই সকলো থকা আৰু শোৱা।

'চাহ হোচে দদাইদেউ। জা জলপান সকলো যোগাৰ হৈ আছে।'

"বাৰু মই আহিছোঁ, তুমি চাহ বাকা।"

অলপ সময়ৰ পাচতেই মেম্বাৰেৰে সৈতে দুলাল আৰু লগৰ তিনিজন চাহ খাবৰ কাৰণে পুতলীহঁতৰ ঘৰৰ ফালে আগবাঢ়ি আহে।

চৰাঘৰ পোৱাৰ আগতে মেম্বাৰে দুলাল আৰু লগৰ কিজনক কয়, "আহক, একেবাৰে ভিতৰলৈকে আহক,' বুলি ভিতৰৰ ফালে বাট দেখুৱাই দিয়ে।

পাঁচ খন পাতিথবাৰ আগত সুন্দৰকৈ পুতলীয়ে চিৰা দৈ চাহ যতনাই দিয়ে।

টোপনি খতি গাত লুইত পৰীয়া থমাদৈ খাই সিহঁতৰ ভাল লাগে।

"গাধীৰ ঘৰৰে নহয়" মেম্বাৰৰ ফালে চাই দুলালে কয়।

'হয় ঘৰৰে।'

"আৰু দিবনে ?' বুলি মেম্বাৰে প্ৰশ্ন কৰিয়েই পুতলীক মাতে।

"তেৰ পুতলা চাওঁ এই পিনে আছে।"

"কি কেছে দদাইদেউ" তাই দেৰখনৰ আৰৰ পৰাই দদায়েকৰ ফালে চাই কয়,

"সৌ দাদাৰহঁতক অলপ অলপ দৈ দে।"

তাই লাজুকী লৰাৰ দৰে ওলাই আহে হাতত দৈৰ সৌতে হাতীখুজীয়া বাতিটোলৈ।

'এহ হব হব,' আটাহ কেউজনক দিয়াৰ পাচত দুলালৰ ফালে চাপি যায়। তাহ সৰহ কৰি দৈবোৰ তাৰ বাতিত ঢালি দিয়ে।

ইস তেনেহ দিলা' সি তাইৰ মুখলৈ চাই কয়।

তাহ লাজ পাহ, ভিতৰ সামাই যায়, সি ঘূৰি চায়।

মৃগযালৈ যাওঁতে দুষ্মন্তই শকুন্তলাক লগ পোৱাৰ দৰে সিও লগ পালে। বোকাৰ মাজৰ পদুম জুইত পৰীযা ধুনীয়া ছোৱালী মৃগনয়নী পুতলীক।

ইস্ ইমান সুন্দৰ মানুহ পৃথিবীত জানো থাকিব পাৰে। ইমান ধুনীয়া মৃগাক্ষী। সি আগেয়ে কেতিয়াও ইমান ধুনীয়া ছোৱালী পৃথিবীত কতো দেখা নাই। সি মনতে ভাবে জুইত পৰীযা ছোৱালী, বোকাৰ মাজত অকলশৰীয়া মৃণাল, মৰুভূমিৰ পদুম। আকৌ ভাবে মৃগতৃষ্ণানে কি। ইমান সুন্দৰ।

আটাই কেউজনে চাহ খালে। দুলালৰ চাহৰ বাটিটো তাতে থাকিল আৰু সি চাহ খাবলৈ পাহৰি গল।

'চাহ খাওক' মেম্বাৰে তুলাসৰ ফালে চাই কয়। এ চাহ ঠাণ্ডাই হব পায় বুলি মেম্বাৰে পুতলীক মাতে। "পুতলী চাও এই পিনে আহ। দাদাৰৰ চাহ খিনি গৰম কৰি দেহি।"

ইতিমধ্যেই ইকেইজন বাহিৰতে বহোঁগৈ বুলি কেম্পৰ ফালে আগ বাঢ়ি যায়।

'অ ঠাণ্ডাই হব পায়, পাক অলপ গৰম কৰি আনক।' সি বহুত পৰ কিবা এটা ভবাৰ দৰে আচৰিত হৈ কয়। তাৰ মনত একেট ভাৱেই অহাযোৱা কৰে, ইমান সুন্দৰ।

পুতলীয়ে নতুন কৰি গৰম চাহ তাৰ আগত ডাঙি ধৰে। তাই পাতল ধুনীয়া হাঁহি এটি মাৰি দাদাকৰ ফালে চাই কয় 'দাদা চাহ খাওক'। ইমান ধুনীয়া মাতটো। ঘূৰি চাই কয়, 'অ' দিয়া।'

তুলাসে চাহ খালে খাই থাকোঁতেই মাজতে মেম্বাৰৰ ফালে চাই সোধে। আপোনাৰ লৰা ছোৱালী কেইজন? এয়েই ডাঙৰ নে'য।' ওচৰতে ঠিয় হৈ থকা পুতলীক দেখুৱাই কয়।

"এ এইটো মোৰ ঘৰেই নহয়, ইয়াৰ পৰা অলপ দূৰ হব এওঁবিলাক মোৰ সম্বন্ধীয়া ভাই ককাইহে বুলিব লাগে।" মেম্বাৰে তুলাসৰ ফালে চাই। পুতলীয়ে লাহেকৈ তাৰ ফালে চাই লাজুকী হাঁহি এটি মাৰি আঁতৰ হৈ গুচি যায়। কিন্তু তাৰ চকুত পুতলীৰ চকুটো সাৰি যাব নোৱাৰিলে, চকুৰে চকুৰে পৰাত অই লাজ পাই।

“এৰা মই আপোনাৰ ঘৰ বুলিহে ভাবিছিলো।’ ছুলালে গামোছা খনৰে মুখখন মুচি মুচি কয়।

“এৰা কি হব কলে এওঁবিলাকো মোৰ নিচেই আপোনেই। আজি পাঁচ বছৰৰ আগতেই তাঁহাতৰ বাপেক ঢুকাল।’

মেম্বাৰে কোৰাৰ লগে লগেই ছুলালে কৈ উঠিল। “পিছে কিবা বেমাৰ হে মাৰল।’

“এৰা বেমাৰেই, সেযে ছুৰাৰোগ্য”

“পাছে কোন কোন থাকিল।” সি মৰা খবৰ লবলৈ অহাৰ দৰে বিমৰ্ষ মনেৰে কথাটো সোধে।

“মাক, তাই আৰু এটা সৰু লৰা। সেইযে দেখিছে সৰু লৰাটো তাৰ জন্ম হোৱাৰ দিনাই বাপেক মৰিল।”

ছুযো বহাৰ পৰা উঠিল, ‘আহক চৰাঘৰ’ত বহোঁগৈ’ বুলি মেম্বাৰে ছুলালক অহাবাতে চৰাঘৰলৈ বাত দেখুবাই লৈ যায়।
“পুতলী।’
‘কি কেছে দদাইদেউ’
‘বাহিৰলৈকে তামোলৰ বঁটাটো লৈ আহাছোন।’
‘নিছো দদাইদেউ।’ পুতলীযে তামোল দিলে। ছুলালে আৰামী চকী খনতে অলপ জিৰালে।

মেম্বাৰে তামোল খাই চাউলবোৰৰ খবৰ লবলৈ বুলি ওলাই ছুলালক অলপ জিৰাবলৈ কলে। লগে লগে চাউল বিলাক কেনেকৈ বিতৰণ আদি হব এটি চমু আভাষ দিলে। টোপনি খতি গাত ছুলালৰ টোপনী আহিল।

মাজে মাজে পুতলীয়ে ডুলালক চাই চাই যায়। তাই মনতে ভাবে, নগৰৰ ডেকা আয়ুষ্ট দেহি টোপনি আহিল। ইমান সুন্দৰ ডেকামানুহটো, তায়ো কেতিয়াও আগেয দেখা নাই। কিমান সুন্দৰ।

ব্ৰহ্মাৰ সুন্দৰ ৰূপত মোহিনী মোহ যোবাৰ দৰে লুইত পৰীয়া সুন্দৰীও মোহিত হল নগৰৰ ডেকা ডুলালৰ ৰূপত। মাজতে এবাৰ পুতলীয়ে পানী এঘটি আৰু গামোছা এখন মেজখনৰ ওপৰতে থৈ যায়গি।

ডুলালৰ চিলি মিলি টোপনি গহন হৈ যায। সি চয়া মযাকৈ টোপনিত দেখে তাৰ ডাঙৰ মিলটো হুচ্ হুচ্ ঘৰ্ ঘৰ্ আবাজ কৰি চলি আছে। সি সোমাই যায় লুইত পৰীযা ধুনীযা ছোবালী পুতলীৰ সেতে মিলটোলৈ। তিনি মহলৰ ওপৰৰ গুদামাত পুতলীক ৰাখি সি কিবা কামৰ কাৰণে বাহিৰলৈ যায়। জুই জুই, মিলৰ বন্ধুবা বিলাকে চিঞৰি উঠি হৈ চৈ লগায। মুমা মুমা পানী আন বালি আন মুমা মুমা, ডুলালে চিঞৰি উঠে। গুদামটো হো হো শব্দ কৰি জুইলাগি যায়। সি চকামকাকৈ সাৰ পায। সি উঠি বহে। সি কি দেখিলে মনতে ভাবে। বৰ ভয় লগা সমাজিক।

অলপ সময়ৰ পাছত পুতলী ভিতৰ পৰা ওলাই আহে। "দাদা উঠিল" বুলি কৈ মিচিকি হাঁহি এটি মাৰি ডুৱাৰ মুখত ঠিয় হয়।

"উঠিছোহে কিবা ভাগৰ লাগিছে।" সি হাঁমি এটা মাৰি ভাইৰ ফালেচাই কয।

“কিবা সমাজিক দেখিছিলে নে কি ?” তাই ধুনীয়া হাঁহি এটি মাৰি লাজুকী ভাৱতে কথাটো সোধে।

“ওহো, তেনেটো একো দেখা নাই”। লগে লগে হুলালে মুখটোও জোকাৰি উঠে। তাই তেতিয়া খিল খিল কৰি হাঁহি দিয়ে। হুলালে মনতে ভাবিলে তেনে মই ডাঙৰ কৰি চিঞৰি ছিলোনেকি ? নহলে তাই কেনেকৈ জানিলে। ইস্ বৰ ভয় লগা সমাজিক।

“নহয় আপুনি যেন কিবা এটা কোৱা শুনিলো সুমা। সুমা, বালি আন পানী আন।’

“ও হয়, পাৰে টোপনি জালত ৰহুতো নঘটিব লগীয়া ঘটনা দেখে।” সি লাজ পায়।

তাই মিচিক কৰে হাঁহি এটা মাৰি ভিতৰ সোমায় যায়।

পৰস্পৰে পৰস্পৰৰ অন্তৰ মিলিলেই মিলনৰ যোগ সুত্ৰ হয়। উভয়ৰ প্ৰেমৰ আকৰ্ষনতেই সি সমাজিক দেখি-বলৈ পালে। তাই ভাবি আছিল দিঠকত আৰু সিও ভাবিছিল চিলিমিলি টোপনীৰ মাজত। কোনে জানে এখন্তকৰ চিনাকিয়ে কেনেকৈ প্ৰেমৰ সাঁচ অন্তৰত বহুৱাই দিয়ে। এইদৰেই শত শত যুৱক যুৱতী প্ৰেমৰ শিকলীৰে বান্ধ খায়। হুলালে এদিন হয়তো ভাবিছিল সি কেতিয়াও বিয়া নকৰায়। সি অবিবাহিত হৈ চিৰ দিন কটাই দিব চিৰ আনন্দৰ মাজেদি। কিন্তু সি কোনো দিনেই মাইকী মানুহ ভাল নেপাইছিল।

আজি কিয় ইমান কঠোৰ প্ৰতিজ্ঞাৰ মাজতো তাৰ সোঁত বদলাই এজনী সাধাৰণ নগন্য লুইত পৰীয়া ছোৱালীৰ অকৰ্ষণত মোহ গল।

সি বহুত কিবা কিবি ভাবিলে একালে ঈশ্বৰ আনহাতে ভাগ্য, একালে শিক্ষা আনফালে স্বভাৱ, একালে বৰ্ত্তমানৰ সমস্যাবোৰ আনফালে ভবিষ্যত একালে তাৰ যুক্তি আনফালে মুক্তি, একালে পুতলী আনফালে জন্মদাতা বাপেক।

সময়বোৰ পাৰহৈ গৈ থাকে। বিলিফৰ কাম আদায় কৰি তৃতীয় দিনা সিহঁত যাব সন্ধ্যাৰ আগে আগে সিহঁত, নাও এৰিব। আবেলিতে সকলোৱে ভাত পানী খালে। তুলালে অলপ পুতলী হঁতৰ অ'বামী চকীখনতে জিৰালে। তাৰ হাতত ওলোমাই থোৱা কেমেৰাটো ওচৰৰ মেজখনতে থ'লে।

পুতলীয়ে তুলালক চাহ দিয়ে "দাদা আজি তেনে যাবগৈ?" তাই কথা কওঁতে হৰিনী নয়ন চকুযুৰী পানীৰে চলচলীয়া হৈ যায়।

'অ' যামগৈ' সিও যেন এটা হুমুনিয়াহ কাঢ়ি কয়। আকৌ তেনে—পাছে কেতিয়া আহিব?

'ওহো, অহাতো তেনে আৰু কাম নেদেখো।' তাই ভেতিয়া তললৈ মুৰকৰি বিষন্ন মনেৰে চাদৰৰ আগটো হাতৰ আঙুলীৰে মোহাৰে।

'কিয় সুধিলা?'

এনেয়ে ভাই ওপৰলৈ মূৰ দাঙি জিতিৰ খোজা চকু জোৰৈবে তাৰ চকুৰ ফালে চাই লাজুকী হাঁহি এটি মাৰি কয়।

"এনেযে ?" সিও কৈযে হাঁহি দিযে

'হয এনেয়ে" ইস বুলি কৈযে ভাই খিল খিল কৈ তাৰ ফালে চাই হাঁহি দিয়াত দুষ্টামীৰ হাঁহিটো তাইৰ মুখত ওলাই পৰে।

'ওঁহো' সি কৈযে তাইৰ ফালে চাই মূৰটো জোকাৰে 'নহয় যদি নহয — ইস।' তাইৰ তেতিয়া অভিমানটো বাঢি যায়।

অলপ সময় দুয়ো নিমাতে থাকি সি লা[illegible]কৈ কয় "অ তোমাৰ নামটো তেনে পুতলী। নহয নেকে ? পাহৰিয়েই যাওঁ নহয়।"

"ইস এই কেই দিনে যেন শুনাহে নাই।' মুখখন কিবা এটা কৰি তাই কথাটোৰ উত্তৰ দিয়ে

"বৰ ধুনীযা নামহে। পু—ত লী।' সি লেনীয়াই মাতে। "পুতলী আমাৰ নাম নহ'লেহে পাৰিছে।" বিজুলী সঞ্চাৰে চকুটো পচাৰি তাই তাৰ ফালে চাই কয়।

'অ' তেনে আৰু ধুনীযা নাম আছে।'

"আছেতো, এটা। নামেৰে জানো মাইকী ছোৱালীক মাতে।"

"অ তেনে কপছী তোমাৰ নাম। ওঁহো," তাই মূৰটো জোকাৰে প্ৰতিমা, ওঁহো, শেৱালী—ওঁহো, ভক—ভক আমাৰ

নাম নহলেহে পাইছে। তক গছবহে নাম থাকে। অ' নহয় অঙ্ক—ওঁহো, গোলাপী—ওঁহো, লিলি—ওঁহো। সি ভাগৰি যায়। চব ওঁহোঁ, ওঁহো, ওঁহো।

তাই ভেঁতিয়া মুখটিপি হাঁহি দিয়ে তেনে কওক এতিয়া 'হাৰ মানিলে ' হেছে আৰু আপোনাৰ কালে।

বাক তেনে অনুপমা, নিৰুপমা, সি খৰকৈ কৈ যায়। অচ্ছনা, বন্দনা, কল্পনা, অৰ্পনা, অঞ্জলী, সোণপাহি, ৰূপহী, বগীতৰা, সি কৈ যোৱাৰ লগে লগেই তাই ওঁহো, ওঁহো কৰি মূৰটো জোকাৰি যায়।

পুনৰ ভাগৰি যায। ইমান খেচেৰা নাম। সি আৰামী চকী খনত ভৰি দুটা মেলি দি কমাল খনেৰে মুখখন মোহাৰে। ছুনীযাৰ যিমান কলো, চব ওঁহো। দৰকাৰ নাই কিবা ফেদেলা, মেদেলা হব। তাই ভেঁতিয়া আকৌ খিল খিল কৈ হাঁহি দিয়ে।

'তেন্তে কওঁ' তাৰ কালে চাই কয়। 'আৰু হাৰি গলো বুলি' কওক তেনে। চাওনত দুয়োৰো চকুৰেদি বিজুলী সঞ্চাৰ হয়। 'কোৱা শুনিয়েই পাও'।

'বন্তি,' বন্তি বুলি কেয়ে তাই চাদৰৰ আগটো কামুৰি তললৈ মূৰ কৰে।

'বন্তি বৰ ধুনীয়া হে। চাও ওপৰলৈ মুখ কৰাচোন আ—হা—হা, ইমান ধুনীয়া নাম, তাকেইটো ইমান পৰেও তুমি মোক কোৱা নাই। বন্তি কিমান ধুনীয়া নাম। আ—হা—হা।

'ইস কিনো ধুনীয়া নামটো,' কথাটোকৈয়ে পাভল কৰি হাঁহি এটি মাৰে। তাই কোৱাৰ লগে লগে জুলালে জুমাই খোৱা চুৰটটো জ্বলাই, আধাপোৰা জুইচলাৰ কাঠিটো ভৰিৰে গছকি জুমাৰ খোজ। তাই ভেতিয়া বাধা দিয়ে 'জ্বলক'। "জ্বলক কিয় ?" সি প্ৰশ্নৰ সুৰত সোধে। সিহতৰ তেতিয়া প্ৰেমৰ আকৰ্ষণটো বাঢ়ি যায়। জ্বলক জ্বলি জ্বলি শেষ হৈ যাওক বজিয়ে উত্তৰ দিয়ে। জুইচলাৰ কাঠিটো জ্বলি পেলাই ৰঙা পৰি উঠিলত সি ভৰিৰে মোহাৰি দিয়ে। মোহাকি দিয়াত মাটিত এটা ক'লা দাগ পৰে। সি এনেয়ে কৈ উঠে "ব্লকস্পট,"

'কথা এটা সোধো আপুনি বেয়া পাবনে কি ?'

'সোধা বেয়াপাম কিয়। আজি যামগৈ যেতিয়া এটাছে নেলাগে ছুটাও সোধা।'

আপুনি বিয়া কৰোৱা নবৌজনী চাগে খুব ধুনীয়া। তাই কেয়ে তলৈ মূৰ কৰি মুখ টিপি হাঁহি দিয়ে।

'অ' মই বিয়া কৰোৱা নবৌৱাজনী—ও, খুব ধুনীয়া কিন্তু তোমাতকৈ কম ধুনীয়া'। তাৰ কথা কওঁতে হাঁহি উঠি যায়। সাধাৰণতে মাইকী ছোৱালীবোৰে নিজক বেয়া বুলিলে সোধা মানুহজনক হেয় চকুৰে চাই। যিমানেই দেখিৰলৈ আপচু নহওক ভাল বুলি কৰই লাগিব।

'ইস আমিনো কি ধুনীয়া,' তাইৰ ধুনীয়া বুলিলত অভিমানটো বাঢ়ি যায়। 'বাক নামটো কি ?' নাম সুধিব নেপাই তথাপি সুধিলো আক।

'নামটো'? তাইৰ কাণে সি চাই সোধে।

'অ' নামটো নকলেতো বেয়া পাবা নহয় চাগে। নামটো হল, বাৰু তুমি আকাশৰ বিজুলী দেখিছাতো।

"ঔ দেখিছো"

'সেই বিজুলীয়ে'। 'অ' গোসাই বিজুলীও নাম থাকেনে কৰবাত'। থাকেতো, আকাশত যে চিকিমিকি ওলাওতে কেতিয়াবা লগপোৱা। সেই বিজুলীয়ে, কিনো বেয়া নামটোনহ। আৰু পোচাকি নাম এটাও আছে।' কথা কওঁতে তেতিয়া তাৰ তলৰ ওঁঠটো কপি উঠে, 'তৰা'

'তৰা অ আই কিনো কথাবোৰ কয় ঐ। পোচাকি নাম এটাও থাকে হেঁনো।"

'থাকেতো তোমাৰ যেনেকৈ মতা নাম পুতলি, আৰু পোচাকি নাম বন্তি।' সি কোৱাৰ লগে লগেই ছুয়ো হাঁহি দিয়ে। তেতিয়া ছুয়োৰো চকুত তীব্ৰগতিৰে বিজুলী সঞ্চাৰ হয়। 'নাইকৰা হে, বিয়া নাই কৰোৱা।' ছুলালে তাইৰ ফালে চাই তাইৰ চকুত চকুটো ৰাখি কয়।

'সঁচা',

"সঁচা নাই কৰোৱাহে"। সতৃষ্ণ নয়নে তাইৰ ফালে চাই কয় 'ইস্, সঁচা নাই কৰোৱাহে যেনিবা', কৈয়ে তাই কাষ চাপি যায়। ছুলালে তাইৰ কোমল হাত ছখনিৰ—তলুৱাত হাত বুলাই দিয়ে। তাই লাজুকী লতাৰদৰে তাৰ গাত ঢলি পৰে। ছুয়োৰো ওঁঠ ছুটা কঁপি উঠে। ছুয়ো বহুত পৰ নিমাতে

থাকে। "দাদা, তেনে আকৌ কেতিয়া আহিব।" অলপ পৰ দুয়ো নিমাতে থাকি তাই কয়।

'যেতিয়া দৰকাৰ পৰে,' সি তাইৰ আউলি বাউলি চুলি কোচাত হাত বুলাই দিয়ে। লগে লগে পৰস্পাৰৰ মধুৰ ওঠৰ স্নেহৰ পৰশ ইটিয়ে সিটিক ঢালি দিয়ে।

'দাদা', তাই দাদাকৰ মুখ খনলৈ মুখ খন চপাই যেন কিবা এটা আবেগ সুৰত বিচাৰিলে।

'পুতলী' সি সেহাই মাতি পুনৰ তাইৰ চকুত চকুটো ৰাখি আকৌ স্নেহৰ পৰশ কঁপি উঠা ওঠ দুখনত সানি দিয়ে। এই দৰেই স্নেহৰ পৰশ পাই সিহঁতৰ দুয়ো খন অন্তৰ একে হৈ গল।

তাই তাৰ হাতখন বুলাই আকৌ সেহাই সেহাই সুধিলে 'তেনে আকৌ কেতিয়া আহিব'।

'তোমাৰ' আৰু মোৰ যেতিয়া মিলনৰ দিন আহিব।'
'ইস্ সঁচা।'

'সঁচা' তেতিয়া দুয়োৰ মুখত এটি দুৰ্ব্বলতাৰ হাঁহি জিলিকি উঠে, 'কেতিয়া আহিব সেই দিনটো', তাই তাৰ কামিজৰ সোণৰ বুতামটো মোহাৰি মোহাৰি আকৌ সেহাই সেহাই সুধিলে। "তেনে কেতিয়া আমাৰ মিলন হব।" তাইৰ হৰিণী নয়ন চকু যুৰি তাৰ চকুত ৰাখি আবেগ সুৰত কলে।

"যেতিয়া ব্ৰাহ্মণে এটি শুভ দিন বুলি ঘোষণা কৰাৰ পাচত এটি শুভ দিন ধাৰ্য্য কৰি দিব, আৰু যেতিয়া ব্ৰাহ্মণে বেদমন্ত্ৰ উচ্চাৰণ কৰি অগ্নিৰ শুদ্ধ কৰি অগ্নিক সাক্ষী হিচাবে ৰাখি যেতিয়া এশ আঠবাৰ অগ্নিক অন্ন প্ৰদান কৰি ওঁম আগ্নেয় স্বাহা বুলি আহুতি দি চন্দ্ৰ, সূৰ্য্য, বায়ু, বৰুণ সকলো দেৱতাকে সাক্ষী ৰাখি উপস্থিত সমজুৱাৰ জয়ধ্বনি আৰু আয়তি সকলৰ মঙ্গল উৰুলীৰ মাজত আমাৰ দুয়োকে হাতত যেতিয়া শুভক্ষণত মহা পবিত্ৰ কুশ গাঁথিৰে বান্ধি দিব তেতিয়াহে"

"তেতিয়াহে, তেনে সঁচা।" তাই কলে।

সি আকৌ এটা চুৰত জ্বলাই ললে, জ্বলিথকা জুই-শলাৰ কাঠিটোৰে তাইৰ আগত দাঙি ধৰে। 'এই চোৱা অগ্নিক সাক্ষী কৰি কওঁ তুমি মোৰ জনমে মৰণে চিৰসাক্ষী হবা। কৈয়ে তাৰ হাতৰ আঙঠিটো তাইৰ আঙ্গুলীত সুমাই দিয়ে। জুইশলাৰ কাঠিটো তেতিয়াও জ্বলি থাকে 'আৰু অন্যথা হলে এই জুয়ে মোক পুৰি মাৰিব।' তায়ো তাৰ জ্বলিথকা হাতৰ কাঠিটো লৈ কলে, "মঁয়ো তেনে প্ৰতিজ্ঞা কৰিছো এই মহা অগ্নিক সাক্ষী কৰি যদি আপোনাৰ অবিহনে মই পৰ পুৰুষৰ মুখ চাওঁ তেনে এই একে অগ্নিয়ে মোক পুৰি ছাই কৰিব।"

সি তেতিয়া লগে লগে কেমেৰাটো তুলিলৈ এটা 'স্নেপ' ললে। বিজুলী সঞ্চাৰে কেমেৰাটোৰ 'বাল্ব'টো জ্বলি উঠিল। মাত্ৰ এটা শব্দ উঠিল ক্লিক আকৌ সি কেমেৰাটো থৈ দিলে।

অলপ পৰৰ পাচতেই লাহে লাহে আকাশৰ পৰা আন্ধাৰ বোৰ নামি আহে।

যাও বুলি বিদায়লৈ সি লাহে লাহে উঠি যায় লুইতৰ কাষলৈ।

লুইতৰ বুকুত নাও খন উটি যায়। বহুত দূৰলৈকে নাওৰ লেমটো ধিমিক-ধামাক কৰি জিলিকি উঠে। ভাতি মুৱা হৈ নাওখন গৈ থাকে। কেতিয়াবা ঢৌত খুন্দাখাই নাওখন টুলুং ভুটুং কৰে।

সি কিশিকি কিশিকি দেখে পুতলীৰ ঘৰৰ চবাঘৰৰ চাকিটো তাৰ পাচত কোনোবা এসময়ত সি নেদেখা হয়। অলপ দূৰৈত কোনোবা এজন নাওৰ যাত্ৰীয়ে গোৱা তাৰ কাণত বাজি উঠে।

"ইঘাটে নেযাবি গভাখহনীয়া সিঘাটে নেযাবি তয়ে নাওৰীয়া পাৰেঘাট আছিলিথৈ"

সি মনতে ভাবে। ইস বহুত দিনীয়া পুৰণা গান। খেংতেৰি।

—•—

# পাঁচ

কেইমাহমানৰ পাচৰ কথা। বঙলাৰ সন্মুখত বহল ল'ন খনৰ মাজত ডুলাল আৰু মহন্ত ডুয়ো চকীতে বহি। ওচৰৰ টিপয়খনতে হৰিয়ে মাজে মাজে চাহ দি যায়হি।

'হৰি, চাও এই পিনে আহ'

হৰি তাৰ কাষ চাপি যায়।

ওচৰতে ঠিয়হৈ সি কয় "কি কৈছে ককাদেউতা"

'যাচোন মোৰ ড্ৰয়াৰৰ ওপৰতে এখন 'ড্ৰইং' আছে আৰু কাগজৰ 'বাচকেট্' টো লৈ আহ।

হৰিয়ে কাগজ'বাৰ আনে। ডুলালে ড্ৰইংটো মহন্তৰ আগত দাঙি ধৰে।

'হৰি এই কাপ'প্লেটবোৰ লৈ যা'। ওচৰতে থকা হৰিক সি আদেশ দিয়ে। হৰিয়ে টিপয়খনৰ ওপৰৰ পৰা কাপপ্লেটবোৰ লৈ যায়।

সিহঁতে টিপয়খন চপাই ড্ৰইংটো টিপয়খনৰ ওপৰতে ৰাখি ডুলালে পেনচিল দালৰ মূৰেৰে দেখুৱাই। "এই খিনিতে মিল হব। এই খিনিতে এই ধৰা গুদাম আৰু এইকালে অফিচ, আৰু এই চোৱা ঠিক এইকালেই ষ্টা কোৱাৰ্টাৰ'। সি এটা এটাকৈ দেখুৱাই যায়। দেখুৱাই আটাই কয়, 'কেনে হব'?

"বেচ ধুনীয়া হব, ধুনীয়া প্লেন"। মহন্তই একান্ত মনে চাই কয়। হঠাৎ কৰবাৰ পৰা এটা সৰু বা-মাৰলি আহি টিপয়খনৰ ওপৰেদিয়েই পাৰ হৈ গল। বন্ধু দুজনৰ গাতো এটা পৰশ লাগিল। কাগজবোৰ বিশৃঙ্খল হৈ উৰি গল। তাৰ পাচত হৰিয়ে কাগজবোৰ এখিলা এখিলা কৰি বুতলি টিপয়ত থলে।

'নামটো কি ৰাখিবা', মহন্তৰ চকুটো তাৰ চকুত ৰাখি কয়।

'নামটো' সি পেনচিল দাল মুখত লগাই অলপ ভাবে।

'অসম কটন মিল' আৰু কি দিবা।

"বৰ ধুনীয়া হব। 'প্লেইন' নামেই সৰ্ব্ব সাধাৰণতে ভাল।"

"একজেকত্‌লি" দুলালে সমৰ্থন কৰি কয়।

"আচ্ছা' তুমি এটা কাম কৰিব লাগিব।" অলপ সময় দুলালে মনে মনে কিবা এটা ভাবি মহন্তৰ ফালে চাই কয়।

'কি ?'

"তুমি ইতিমধ্যেই কামত লাগি যোৱা। ইটা, চিমেণ্ট, বালি আৰু টিংপাত জোগাৰ আছে। লাগে মাত্ৰ আমাক লোহা, লোহা মই জোগাৰ কৰিম। এয়ে হল তোমাৰ কামৰ 'চাৰ্ট', এইবোৰ ঘৰৰ ড্ৰইং আৰু ইয়াতেই সকলো লিখা আছে।"

'আৰু তুমি,' তুমি কি কৰিবা।

'মই, মোৰ বহুত কাম আছে।' এই খবা মেচিন আনিবৰ কাৰণে যাব লাগিব বিদেশলৈ, প্ৰথম কলিকতা, বাম্বাইত চেষ্টা কৰি চাও, নহলে যাব লাগিব ইয়োৰোপলৈ।

'এটা কথা কৰিলে কেনে দেখা'

কি কথা ভুলালে তাৰ মুখলৈ চাই সোধে।

"আহমদাবাদত এটা মিল সম্পূৰ্ণ বন্ধ হৈ গল। কিবা 'ফাইনেন্সৰ' অভাৱত আৰু ঘৰুৱা কন্দলত লাগি একেবাৰে বন্ধ কৰিলে। সিদিনা অলপতে কাগজত পাইছো। যদি সেইটো সস্তাত পোৱা যায় তাকে কিনি আন।"

"অ' ঠিক কথাতো বেয়া নহয়। অৱশ্য সিদিনাখন এম এল এ জনৰ মুখে কথাটো শুনিছিলো। আমাৰ বৰ গোলাৰ মাড়োৱাৰী জনৰ হেনো মিলৰ মালিকৰ লগত কিবা সম্ভা-পতা লাগে।

"তেন্তে তুমি আৰিয়েই মাড়োৱাৰী জনৰ ওচৰত আচল কথাটো লোৱাচোন। কথাটো কি, কিজানি কেলেঙ্কাৰী আছে।"

'এৰা ঠিকেই কৈছা'

'হৰি এই ফালে আহ।'

হৰিয়ে ভুলালৰ চকিখনৰ ওচৰতে ঠিয় হয়।

"ড্ৰাইভাৰ আছে?"

'আছে সক দেউতা'।

'মা ও'

হুৰিয়ে মাতি আনে।

'নদৰাম'

হাকিম দেউতা।' হাকিম দেউতা বুলি সি চেলাম এটা দিয়ে।

'গাড়ীত তেল আছে।'

'আছে হাকিম।'

'আন।'

নদৰামে গাড়ীখন উলিয়াই আনি কাপোৰে মুচি গাড়ীত পানী দিয়ে।

'ৰ, মই আহোঁ'

মহন্ত তুমি এটা কাম কৰিবা।

'কি কাম'

'তুমি সন্ধ্যাৰ আগে আগে মোৰ ইয়াত এটা পাক মাৰিবা।'

মহন্তই বাক বুলি ঘৰলৈ যায়।

গাড়ী খনত সোমাই দুলালে ড্ৰাইভাৰক নিৰ্দ্দেশ দিয়ে 'মাড়োৱাৰী পাত। গাড়ী খন আগবাঢ়ি যায় মাড়োৱাৰী পট্টিৰ ফালে।

'ৰাখ'। নদৰামে গাড়ীখন ৰখাই দৰ্জাখন খুলি দিয়ে। দুলাল লাহেকৈ ওলাই যায়।

দুলালে মাড়োৱাৰী জনৰ লগত ঠিক কৰিলে সিহঁত এমাহৰ পিচত আহমদাবাদলৈ যাব। পুনৰ দুলালে গাড়ীত উঠিল। 'বল'

সন্ধ্যা তেতিয়াও লগা নাই। মহন্ত পুনৰ আহিল। দুয়োৰো ভিতৰত বহুত আলোচনা চলিল। আহমদাবাদৰ মিলকে কিনা শেষ মীমাংশাত উপনীত হল। কাইলৈৰ পৰা কাম আৰম্ভ কৰিব লাগে।

কাগজত জাননী দিলে। মিলৰ ঘৰ দুৱাৰৰ কাৰণে টণ্ডাৰ 'কল' কৰিলে। প্ৰায় ছলিচ পুৰামান মাটিৰ কম্পাউণ্ডতে মিলৰ ঘৰ দুৱাৰৰ কাম আৰম্ভ হল। দিনে প্ৰায় তিনি চাৰি শ মানুহ কামত লাগি গল। কেউ পিনে টুং টুং টাং টং, ধুম ধুম—ধাম ধাম কাম আৰম্ভ হল। দুলালৰ বঙলাত কাম বিচাৰি অহা মানুহে আৰু পহুলা নধৰা হল।

খেনোক কামত লগালে। খেনোক হয়টো আগলৈ আশা দিলে।

কেউ পিনে দুলালৰ জয়গানে ইমূৰৰ পৰা সিমূৰলৈকে অসম খলক লগালে।

—:o:—

ছয়

প্ৰায় দুই মাহ মানৰ মূৰত মিলৰ কাম এক লেখিয়া হল। ঘাই কাম বিলাক আৰু দুমাহ মানৰ ভিতৰতে শেষ হব বুলি পঞ্জাবী ঘাই মিস্ত্ৰীজনে দুগালক জনালে।

পঞ্জাবী মিস্ত্ৰী জনক আৰু কিছুমান কামৰ দিহা দি তাক বিদায় দিযে।

কথাপাতি থাকোতেই মাজতে হৰিয়ে একাপ চাহ দি গলহি। সি চাহ কাপত সোহা এটা মাৰি টি বিউনখন মেলি ললে। "টি গার্ডেন ওবৰ্ষ্ট লেণ্ড বোলা হেডিংটো পঢ়ি তলৰ নামটো চালে কোনোবা এজনে ছদ্মবেশী নামত 'পাবলিক ভয়চ' বুলি লেখিছে। সি গোটেই প্ৰবন্ধটো পঢ়ি চালে।

সি কাগজখন জপাই এটা হুমুনীযাহ কাঢ়িলে। তাৰ এটা বিদ্ৰোহৰ ভাব অন্তৰত জাগি উঠিল। এতিয়া অসম জাগ্ৰত হবৰ হল। বাগানৰ অবাদি মাটি বিলাক কামত লগাব লাগিব। নহলে আজিৰ ভাবতত যি হাবে প্ৰজা বাঢ়িছে মানুহ খোৱাবোৱাৰ অভাবত মৰিব লাগিব। সি বহুতো ভাবিলে।

সি এখন মটৰৰ আৱাজ যেন শুনলে। দেখে যে ডেপুতি কমিচনাৰৰ ড্ৰাইভাৰটোৱে 'গেটৰ মুখতে গাড়িখন ৰাখি তাৰ কালে আগ বাঢ়ি আহিছে।

ড্ৰাইভাৰটোৱে চেলাম এটা দি দীঘল খাম এটা দুলালৰ ফালে আগবঢ়াই দিয়ে। সি চিঠি খন পঢ়ে।

'অ' এতিয়াই যাব লাগিবনে কি?'

'হয় হাকিম' এতিয়াই বৰ চাহাবে চেলাম দিছে।

'বাক মই গৈছো'

'হুৰি' আদেশৰ সুৰত হুৰিক মাতে।

'কি কৈছে সক দেউতা

ড্ৰাইভাৰক মাত গাড়ী লাগে।

গাড়ীখন গেৰেজৰ পৰা আনি বঙলাৰ পৰ্টিকৰ আগত ৰাখি সি দৰ্জাখন খুলি দিলে।

দুলাল মতৰত উঠিয়েই কলে "ডেপুতি কমিচনাৰৰ বঙলা।

বেকা ভাঙটো পাৰহৈ সি বঙলাৰ আগত গাড়িখন ৰাখিলে। ড্ৰাইভাৰটোৱে দৰ্জাখন খুলি দিলে সি লাহেকৈ নামি বঙলাৰ অফিচৰ ফালে আগবাঢ়ি গল।

"আহক আহক মিষ্টাৰ বৰুৱা" অসমীয়া ডেপুতি কমিচনাৰ জনে দুলালৰ ফালে চাই চকী এখন আঙুলীয়াই দেখুৱায়।

দুলাল বহে।

'পাচে আপোনাক বিশেষ দৰকাৰত মাতিলো' বৰচাহাবে এটি হাঁহি মাৰি কয়।

"বিশেষ দৰকাৰ হনো কেনে?"

"বিৰ্গাদিং টি গাৰ্দেন ওৱেষ্ট লেণ্ড" দীৰ্ঘল এখন চিঠি উলিয়াই বকৰাৰ হাতত দিয়ে। এই খন গৱৰ্ণমেণ্টৰ 'চাৰকুলাৰ' আহিছে। নগৰৰ আশে পাশে থকা 'ওৱেষ্ট লেণ্ড বিলাক বাইজক বিতৰণ কৰি দিব লাগে।

'বৰ ভাল কথা, কিন্তু বাগানৰ মালিক সকলে জানো মান্তি হব।'

'মান্তি আাপোনাসকলেইটো বাগানৰ মালিক। মান্তি থাকিম বুলিয়েই দেউতাকেও চুক্তি পত্ৰত আগেযে চহী দিছে।"

দুলালে মাজতে হাঁহি এটি মাৰে।

"এইখন লিষ্ট কোন বাগানত কিমান আবাদি মাটি আছে। বৰ চাহাবে দুলালৰ হাতত কাগজখন দিয়েই অইন এটা কাগজৰ ফাইল চায।

বকৰাই কাগজবোৰ এখন এখন কৰি জুতিয়াই চায়। 'প্ৰায় দুহেজাৰ পুৰামান হব' বৰ চাহাবৰ মুখৰ ফালে চাই কয়।

'বেচিকে হব লাগে' বুলি কৈয়ে বৰ চাহাবে আৰু আন এজাপ কাগজৰ ফাইলটো দুলাললৈ আগ বঢ়াই দিয়ে।

"এই খিনি হল বাইজৰ দৰ্খাষ্ট। প্ৰায় পাঁচ শ মান হব। তাকে চাই চিতি এতিয়া যি বিলাক বানপানী পিৰিত লোক আগভাগ দিয়া নিশ্চয় ভাল হব।"

"নিশ্চয়, নিশ্চয়" দুলালে ফাইলটো বৰ চাহাবৰ হাতৰ পৰা লৈ কয়।

"সেই দেখিয়েই আপোনাক মাতি পঠালোঁ যোলো এটা মীমাংশা কৰো। কথাটো চৰকাৰৰ পৰা বৰ 'আৰ্জেণ্ট' বুলি জনাইছে। ইপিনে এম-এল এ কেইজনৰ লগত আলোচনা কৰিবলৈও কাউনসিল বহাৰ কাৰণে আজৰি নাই।"

"বাক আপুনি ফাইলটো আজিৰ কাৰণে যদি দিব পাৰে মই লাগতিয়াল অলাগতিয়াল খিনি বাচি দিব পাৰো।'

"নিশ্চয়, নিশ্চয়," কিন্তু খুব 'আৰ্জেণ্ট' মিনিষ্টাৰো অ হিছে। অ' আপোনাৰ মিল কিমানখিনি আগ বাঢ়িছে।' বৰ চাহাবে 'বাচকেটটোৰ' পৰা কাগজবোৰ নমাই চহী কৰি থকাৰ মাজতেই কথাটো সোধে।

ইতিমধ্যেই চাপ্ৰাচিটোৱে মেইলৰ ডাক আনি বৰ চাহাবৰ আগত দিয়েহি। বৰ চাহাবে কাগজবোৰ এখন এখন কৰি লুতিয়াই চায়। দুলালে মাজতে 'ষ্টেট্‌ছমেন' কাগজ খন নি পঢ়ে।

বৰ চাহাবে কাগজবোৰ চোৱাৰ মাজতে হঠাৎ বৈ এখন কাগজ বিশেষ মনোযোগেৰে চাবলৈ ধৰিলে। মুখত হাঁহি বিৰিঙিলে। "গুদ্ লাক বৰুৱা, চাওক আপোনাৰ দৰ্খাস্ত খন মঞ্জুৰ হৈছে। মোলৈ এইটো কপি পঠাইছে। প্ৰায় আঠলাখ টকাই আপোনাৰ নামে 'ইন্দ্ৰাষ্ট্ৰিয়েল লন' দিছে। বৰ বঢ়িয়া 'টাৰ্মচ্।' বিশ বছৰৰ মূৰত পৰিশোধ কৰিব লাগিব। বৰ চাহাবে পিচি আটোৱাৰ পাচত দুলালৰ হাতত কাগজ খন দিয়ে।

ছুলালে পঢ়ি চায়। অ' আৰু কেবাজনেও পাইছে। প্ৰায়বিলাক কটেজ ইণ্ডাষ্ট্ৰিজ। সংখ্যাৰ ভিতৰত তাৰেই বেচি। বাকীবোৰ পাঁচ হেজাৰৰ পৰা দহ হেজাৰৰ ভিতৰত।

বৰ চাহাবৰ বাবুৰচিটোৱে মাজতে ছুকাপ চাহ দি যায়হি।

'চাহ খাওক বকৱা', বৰ চাহাবে তাৰ ফালে চাই কয়।

থেঙছ্' বকৱাই মাজে মাজে ছুই এটা ইংৰাজী শব্দ ব্যৱহাৰ কৰি ভাল পায়।

বৰ চাহাবে চাহৰ পিয়লাটো শোহাটো মাৰিয়েই ছুলালৰ ফালে চাই সোধে "চাহৰ বজাৰ কেনে ভাল হৈছেনে ?"

"অ' যোৱা মাহতকৈ এই মাহত কিছু 'মাৰ্কেট' পোৱা গৈছে' প্ৰাই 'এভাৰেজ এটকা চাৰে আঠ অনা।'

'অহ্ বহুত উঠিল বজাৰ', বৰ চাহাবে মাজতে কয়। "তবে কিছু বাগান পুনৰ খোলা আশা আছে।"

"মিছা যেতিয়ালৈকে 'ফৰেইন মাৰ্কেট' পোৱা নেযায় তেতিয়ালৈকে এই বজাৰত বিশ্বাস নাই।" কথা কোৱাৰ লগে লগে আসাম ট্ৰিবিউনখন মলি ললে। সি হেডিংটো পঢ়ি চাই হাঁহি দিয়ে। এইবাৰ একো নহব। সি গাই উঠে। "কুৰিয়া পিচ কনফাৰেন্স অলমষ্ট ব্ৰেক ডাউন।"

"এবা যদি এইটোৱেই হয় তৃতীয় মহাযুদ্ধ অনিবাৰ্য্য।" বৰ চাহাবে সি গোৱাৰ লগে লগে কৈ উঠে। 'এও ডিচিজড লাই ওৱাৰ।'

লগে লগে চাপ্ৰাচিটোৱে আন এখন কাগজ ৰৰচাহাৱৰ হাতত দিয়ে।

দুলালে বাহিৰৰ ফালে চাই দেখে বহুত গাৱঁলীয়া মানুহ বৈ আছে। দুলালে কাগজৰ ফ'ইলটো লৈ ৰৰচাহাবৰ পৰা বিদায় ললে।

ৰৰ চাহাবে দৰখাষ্ট খন পঢ়িলে। দুলালে অফিচৰ পৰা বাহিৰ ওলাই গল। দেখে বহুত মাইজ। তাৰ এজনক সুধিলে। "মাইজ দেখোন বহুত আহিল।"

সিজনে উত্তৰ দিলে "লুইত পৰীয়া মাইজ, মাটিৰ দৰ্খাষ্ট দিছিলো খবৰ কৰিবলৈ আহছো।"

'অ' বৰ ভাল হৈছে। অফিচৰ কালেই আগৰ্বাঢ়ৈগে ৰৰচাহাবক কথাটো বুজাই কওক" বুলি দুলালে মতৰ খনৰ ওচৰ চাপে। ম্যাইভাবে দুৱাৰখন মেলি দিয়ে। দুলাল সোমাই দৰ্জাখন বন্ধ কৰি দিয়াৰ পাচত গাড়ীখন লাহে লাহে চলি যায়।

—০—

সাত

দুলালে বাতি পুৱা চাহ খাই উঠি দৰ্খাষ্টবোৰ এখন এখন কৰি চালে। কোনে পাৰ লাগে কোনে পাব নেলাগে এখন দীঘল লিষ্ট বনালে।

৫—

সুঁইত পৰীয়া গাওঁৰ দৰ্খাষ্ট বোৰ চালে। প্ৰায় বিশ জনমানৰ দৰ্খাষ্টৰ এখন তালিকা কৰিলে। লগতে সি পাই অহা পুতলী হঁতৰ দৰ্খাষ্ট খনো তালিকা ভুক্ত কৰিলে। সি কাগজ বোৰ পুনৰ ফাইল কৰি ৰঙা ফিটা ভালেৰে বান্ধিলে। লিষ্ট কেইখন ফাইলটোৰ ওপৰতে ৰাখিলে।

সি চুৰত এটা জ্বলাই লৈ হৰি বোলা চাকৰটো মাতিলে। হৰিয়ে পৰ্দ্দাখন একলিয়া কৰি ডাঙি ভিতৰ সোমাই আহে। 'হৰি ভাত হৈছেনে খবৰ লচোন ভিতৰত। মই এই কালে যাব লাগে।' তেতিয়া বাৰান্দাৰ ডাঙৰ ঘৰিটোৱে টং টং কৰে এঘাৰটাৰ কোব মাৰে।

হৰি পুনৰ ভিতৰ সোমাই আহে' 'সক দেউতা ভাত দিছে আহক।' সি ভাত খাবলৈ যাবলৈ ধৰোতেই মহন্তক দেখে। 'অ' মহন্ত আহিলা বহা বহা মই ভাত কেইটা খাই আহো মহন্তৰ ওচৰত খবৰ কাগজ কেইখন চপাই দি দুলাল ভিতৰ সোমায়।

অলপ সময়ৰ পাচত দুলাল ভাত খাই ওলাই আহে। 'মহন্ত আজি দেখোন মানুহবোৰ কাম কৰিবলৈ অহা নাই।'

'অ' অহা নাই, আজিৰ পৰা কেইদিন মান বন্ধ থাকিব।' মহন্তই কাগজখন জুতিয়াই কয়।

"কিয় ?" কিয় বুলিয়েই সি বিছনাত দীঘল দি পৰে।

'কোনেই কাইলৈৰ পৰা ৰাওজা নহয়।'

'অ' পাহৰিলোৱেই হে।'

'পাহবিবাটো দিনৰাতি টকা ঘটাত ব্যস্ত থাকিবা। ক'ত পূজা ক'ত বিহু এই বোৰ খবৰ কেলেই।'

'এৰা কোৱা হে কোৱা, তোমাৰ কৰব দিন পৰিছে।'

ছুলালে ইকাতি হৈ বিছনাত বাগৰ এটা সলাই কয়।

ছুলালৰ বিছনাত চিলিমিলি টোপনি অহাৰ নিচিনা হয়। অলপ সময় যোৱাৰ পাচত ছুলালে সাৰ পায়।

মহন্তুই ইতিমধ্যেই 'পাৱাৰ অৱ এ লাই' কিতাপ খনৰ কেইটা মান পাত পঢ়ে।

'বৰ ধুনীয়া কিতাপ বন্ধু।'

'তুমি আগেয়ে পঢ়া নাই জানো?'

'নাই পঢ়া'

'পঢ়িবা' বৰ ধুনীয়া কিতাপ' সি কৈয়ে ধুনীয়াকৈ চাপি এটি মাৰি তাৰ ফালে চাই কয়। 'ওদ আৰ্ড' খন আৰু পঢ়িছিলো' মহন্তুই উত্তৰ দিয়ে। 'অৱশ্যে বহুত দিনৰ আগেয়ে'। 'ভাতোতকৈযে ধুনীয়া এই খন'। কথা কৈ থাকোতে সি হুবিক মাতে।

ওচৰতে ফুলদানিবোৰ চফাকৰি থকা হুবিক ছুলালে ছুকাপ চাহ আনিবলৈ কয়।

হুবিয়ে ছুকাপ চাহ আনি দিয়েছি।

'মহন্ত চাহ খোৱা'।

মহন্তই চাহত সোহা মাৰি কয়। "এতিয়া তেওঁ চাহ তাপা খোৱাৰ চিন্তা এটা মৰিছে।"

"কিহৰ কথা কলা ?" অন্য মনস্ক হৈ থকা দুলালে মহন্তৰ ফালে চাই সোধে।

'এই চাহৰ চেনী-তেনীৰ কথা কৈছো। আমাৰ চাপ্লাই ডিপাৰ্টমেণ্টটো'।

'অ' সিহঁতৰ আকৌ ভোগ উকলিছে। যি পালে সিমানেই

"এৰা চাপ্লাই অফিচৰ যে কেইজন মান গপ্পাটোপটো হৈ থাকে। বাকৈ চাউল উঠিল। এতিয়া টিঙৰ চুতকেচ লৈ বাগানে বাগানে ঘূৰিবৰ দিন আহিল" মহন্তই যেন বিৰক্তি সুৰতে দুলালক কথা কেইটা কলে।

বাৰান্দাৰ ঘৰীটোৱে এটাৰ কোব মাৰে।

দুলালে তন্দ্ৰা ভঙ্গৰ দৰে মহন্তলৈ চাই কয় "হেৰা, এটাই বাজিল নে কি হে ?

"নেবাজি আৰু বৈ থাকিবনে ?" কৈয়ে মহন্তই হাতৰ ঘৰীটো চাই দেখে যে দুয় বাজিল।

"তেনে দুয়ো বলা যাওঁ, কালি বৰ চাহাবে এটা বৰ আগতে মাতিছিলে কিবা হেনো বাগানৰ ওৱেষ্টলেণ্ড বিলাক পৰিদৰ্শন ক'ৰম বুলি।'

"মই গৈ কিটো কৰিম ? তোমাক বৰচাহাবে মাতিছে তুমি যোৱা।"

'বলা চাহাবক চিনা পৰিচয় কৰি দিম। লগতে বোলে মিনিষ্টাৰো যাব' দুলালে কৈয়ে বাৰান্দাত ঠিয় হৈ, 'ড্ৰাইভাৰ' বুলি চিঞৰি উঠে।

লুইতৰ পাৰৰ খুনীয়া ছোৱালীজনী

ড্ৰাইভাৰে পেৰেজৰ কালৰ পৰা ওলাই আহি লন খনৰ মাজ পাওঁতেই সি আদেশ দিয়ে "গাড়ী লৈ আহ।" নদৰাম ড্ৰাইভাৰে আদবাটৰ পৰাই উভতি গাড়ীখন উলিয়াই আনে।

দুলালে মেজৰ ওপৰৰ কাগজৰ ফাইলটোলৈ মহন্তৰ ফালে চাই কয় "আহা মহন্ত"।

ড্ৰাইভাৰে দুৱাৰ খন খুলি দিয়ে। সিহঁত দুয়ো না হকৈ সোমাই পৰে। ড্ৰাইভাৰে আকৌ দুৱাৰ খন বন্ধ কৰি দিয়াৰ লগে লগে দুলালে আদেশৰ সুৰত কয় ডেপুটি কমিচনাৰ বঙলা।"

দুলালে বৰচাহাবৰ বঙলাৰ অফিচৰ ফালে আগবাঢ়ি যায়। অফিচৰ দুৱাৰ মুখতে চাপ্ৰাচিটোক কিবা এটা সোধে তাৰ পাচত আকৌ গাড়ী খন চাৰকিট্ হাউচৰ ফালে লৈ যাবলৈ কয়।

সিহঁত দুয়ো নামি যায় চাৰকিট্ হাউচটোৰ ফালে। দখে চাৰকিট হাউচটোৰ কোঠা এটা কেউপিনে আগুৰি বহি আছে কেইজন মান বাটে ঘাটে লগ পোৱা উকীল আৰু কেইজন মান সন্তঁয়া কংগ্ৰেছ কৰ্ম্মী। ইফালে বৰ-চাহাবৰ ওচৰতে মিনিষ্টাৰ।

দুলাল সোমায় যায়। 'আহক মিষ্টাৰ বৰুৱা' বুলি বৰচাহাবে তাক অভিনন্দন দি ওচৰতে খালি পৰি থকা চকীখন আঙুলিয়াই দেখুৱাই।

সি ৰহাৰ আগে আগেই ৰৰচাহাবে ছুলালক দেখুৱাই মিনিষ্টাৰক কয় "এখেত আমাৰ বাইচাহেৰ বৃন্দাবন বৰুৱাৰ পুতেক শ্ৰীযুত ছুলাল বৰুৱা। আগন্তুক অসম কটনমিলৰ স্বত্বাধীকাৰী।' অলপমান মিচিক কৰে হাঁহি এটি মাৰি মিনিষ্টাৰেও হাত দুখনেৰে নমস্কাৰ জনায়। ছুলালেও প্ৰতি নমস্কাৰ জনায়। মহন্ত সোমাই গৈয়ে আম এখন খালি পৰি থকা চকী এখনতে বহিল। বহাৰ আগতে ছুলালে মহন্তক তাৰ বন্ধু বুলি চিনাকি কৰি দিয়ে।

বৰুৱাই কাগজৰ ফাইলটো ৰৰচাহাবৰ হাতত দিলে। ৰৰচাহাবে কাগজৰ ফাইলটো এবাৰ কি চুবাৰ জুকিয়াই চালে, তাৰ পাচত আকৌ জপাই থৈ কথাত লাগিল।

"বোধ হয় মাটি বিতৰণৰ কথা হৈছে?" বৰুৱাই মাজতে কলে। 'হয়', বুলি ৰৰচাহাবে মূৰ দুপিয়ালে।

'মোৰ অহা পলম হোৱা বাবে মই দুখীত। মোৰ মনেৰে প্ৰথম সুবিধা পোৱা উচিত বানপানী পীড়িত লোক সকলে, দ্বিতীয়তে হল 'ৰিফিউজি', তৃতীয়ত এই থকা 'জেনেৰেল'। মোৰ মনেৰে 'জেনেৰেল' খিনি ওৱেটিং লিষ্টত থলেই বেয়া নহব।'

ৰৰ চাহাবে কোৱাৰ আগতে মিনিষ্টাৰে তাক সমৰ্থন কৰি কলে,

'এট্ৰেকলি, ফাষ্ট প্ৰিফাৰেন্স চুদ বি গিভিন টু দি ফ্লাদ এফেক্টেড চাৰাৰাৰচ এণ্ড চেকেণ্ড প্ৰিফাৰেন্স টু দি ৰিফিউজিচ।"

ৰব চাহাবে ইয়েত চাৰ বুলি কৈয়ে ৰহাৰ পৰা উঠিল। "আহক, এতিয়া ঠাই বোৰ পৰিদৰ্শন কৰি আহোঁগৈ।" ধীৰ গতিত গাড়ীবোৰ আগ বাঢ়িল। ঠায়ে ঠায়ে নামি ঠাইবোৰ পৰিদৰ্শন কৰিলে। এখন দুখন কৰি পাঁচ খন বাগানৰ ঠাইবোৰ চালে।

বাটত ঘূৰি আহোঁতে মিনিষ্টাৰে বৰুৱাক কিবা এটা কলে। আৰু মা নান ধৰণৰ কথা বাৰ্ত্তা হল।

পাচদিনা মিনিষ্টাৰে ৰব চাহাবলৈ এটা 'নোট' দি জনালে, "আই ঠিঙ্ক মিষ্টাৰ দুলাল বৰুৱা চুদ বি ইন চাৰ্জ অব দি ডিষ্ট্ৰিক্ট প্লেনিং কমিটি এণ্ড বৰ্ড অব মাই মলেইজ হি ক্যন চেটোল অব এণ্ড ডিমাণ্ড দি মিড অব স্লাভ চাফাৰাৰচ এণ্ড ৰিফিউজিছ।'

—•—

## আঠ

প্ৰায় এমাহ মানৰ পাচৰ কথা। দুলালে মিলৰ ঘৰ দুৱাৰৰ কাম বেচি দূৰ আগ বাঢ়িব নোৱাৰা কাৰণে আইমলা বাদলৈ বোৱাটো আৰু কেইমাহ পাচ হোঁকোকাই দিলে।

ঠিক তেতিয়া কাতি মাহৰ বোল কি লোতৰ তাৰিখ। তেতিয়া দুপৰ পৰি ৰহল ল'ব ধন তিতি আছিল। পূৰ্বৰ

কিৰণ পৰি বননীৰ ওপৰত নিয়ৰৰ কণাবোৰ সোণ জিলিকাদি জিলিকিছিল। ঠায়ে ঠায়ে বনৰ ওপৰত লাগি থকা নিয়ৰৰ কণা বিলাক বগা মুকুতাৰ নিচিনাকৈ ওপমি থকা দেখা গৈছিল

বঙলাৰ খিৰিকিৰ আইনাবিলাক নিয়ৰ পৰি তিতি গৈছিল। দুৱাৰৰ দীঘল দীঘল পৰ্দ্দাবোৰ নিয়ৰ লাগি সেমেকি উঠিছিল।

ডাঙৰ ঘৰীটোত কাটা ডালে তেতিয়াও দহোতা চোৱাগৈ নাছিল। সি আৰামী চকা খনতে বহি ''হগাদৰ চি' বোলা নভেল খন পঢ়ে।

'আয়েচাৰ' প্ৰতি তাৰ ঘৃণা উপজি যায়। লিঅ' তিনসিৰ প্ৰেমিক কথাষাৰ সি কিতাপটোত পেন্সিল ডালেৰে দাগ দিয়ে। "লভ ইজ লাইক এ ক্লাৱাৰ ইন দা ভৰ্জাত" আৰু কেইটামান লাইন সি দাগ দিয়ে। ইস্ ইমাননো মানুহ প্ৰেমৰ কাৰণে নিষ্ঠুৰ হব পাৰেনে?"

সি মনতে ভাবে, বাৰু প্ৰেমৰ ভাবটো মানুহৰ অন্তৰলৈ কেনেকৈ আহে। তাহানিখন সি কিতাপত পোৱা কথাষাৰ "ব্ৰটেল লভ ইজ দা একচুৱেল লভ।" ই জানো সঁচা। মিছা কথা। অকল যদি সেইটোৱেই হলহেঁতেন মানুহে মানুহৰ ওপৰত ভাতৃস্নেহ মাতৃস্নেহ, পিতৃস্নেহ বা পুত্ৰস্নেহ নেথাকিলে হেঁতেন। কিন্তু সৌন্দৰ্য্য বিহীন জানো প্ৰেম হব নোৱাৰে। সৌন্দৰ্য্য আকাশৰ একোটা তৰা আৰু জোনবাইকে। তৰা আৰু জোনবায়ে যেনেকৈ আকাশত লুকা-ভাকু খেলে মানুহৰ

সৌন্দৰ্য্যও তেনেকুৱা। সেয়ে বিজুলীৰ দৰে চকামকা। কটকাৰ এক কলিম হেৰাই যায়। সেয়ে হয়টো প্ৰত্যেকৰ চকুত ধৰা নপৰে। এজনে হয়টো যিটো ভাল পাইছে অইন এজনে হয়টো তাক ঘৃণাৰ চকুৰে চাইছে। অইন জনে ঘৃণাৰ চকুৰে চোৱাটোও ইজনৰ চকুত হয়টো সৌন্দৰ্য্যৰ প্ৰতীক হয়। সয়ে হৈছে সৌন্দৰ্য্য। প্ৰেম ভাব ইয়োজানা মানুহৰ অন্তৰৰ একোটা ভাৱধাৰা নহয়। কিন্তু অকৃত্ৰিম মৰমৰ আকৰ্ষণ আৰু আন জনৰ প্ৰতি কৰা ব্যৱহাৰতেই প্ৰেমৰ জন্ম নহয় জানো? ৰোগ আৰু প্ৰেম অৱশ্যে দুয়োটাই এক বস্তু। দুয়োটা সংক্ৰামক। যেনেকৈ ডাক্তৰ লাগিলেই যেই কোনো ৰোগ ভাল হোৱাৰ সম্ভাৱনা থাকে ঠিক সেই দৰে প্ৰেমিক আৰু প্ৰেমিকা দুয়ো আকৰ্ষণ হলেই প্ৰেমভাৱ প্ৰৱল উদয় হয়। কিন্তু যিমান দিন পৰ্য্যন্ত প্ৰেমিকাৰ আতৰে আতৰে ফুৰি বাহিৰৰ পৰা সৌন্দৰ্য্য ভোগ কৰে সিমান দিন পৰ্য্যন্ত স্থায়ী হয়। কিন্তু যেতিয়াই প্ৰেমিকাক ভাল পাই অধিকাৰ নিবলৈ বিচৰা হয় সেই তেতিয়াই প্ৰৱল ভাল পোৱাটো হেৰাই যায়। এই দৰেই সি বহুত কিবা কিবি ভাবে তেতিয়া ঠিক তাওৰ ঘৰীটোৱে এবাৰটাৰ কোব মাৰে।

সি বহাৰ পৰা উঠে। বাৰান্দাৰ খতখতিয়েদি নামি যায়। হালি জালি ফুলি থকা 'চিজন ফ্লাৱাৰ' বিলাক তাৰ চকুত পৰে। দেখে যে স্থলপদ্ম জোপাৰ পাতবিলাক হালিজালি নাচিব লাগিছে। স্থলপদ্ম ফুল পাহত ভোমোৰাজো

পৰি অলপ সময়ৰ পাচত উঠি যায়। তাৰ এনেয়ে কিবা এটা ভাব আহে।. মনতে ভাবে 'যতে সৌন্দৰ্য্য ততে প্ৰেম'। তাৰ মনটো উৰা মাৰি যায় জুইতৰ পাখৰ তাহানি দেখা পুতলীৰ ওচৰলৈ।

তাহানি খন সেইদৰে পুতলীহঁতৰ দুৱাৰ মুখত ফুলি থকা স্থলপদ্ম ফুল পাত চিঙিব ধৰোতে তেনেকৈয়ে এটা ভোমোৰা সি খামোচমাৰি ধৰিছিল। ভাগ্যে সি হাতটো আতৰাই আনি ৰক্ষা পৰিলে। পুতলীয়ে দেখি খিল খিলকৈ হাঁহি দিয়া কথাটো এতিয়াও তাৰ মনত আছে।

তাৰ পাছত সি সুহুৰিয়াই সুহুৰিয়াই কিবা এটা ভাবি গোলাপ ফুল জোপাৰ ওপৰত ঠিয়হৈ ফুল এটা চিঙিব ধৰোতেই কাইট এডালৰ সুচ এটাই বিন্ধিলে। সি ফুল গছ জোপাৰ গুড়টো ইটো হাতৰ নখটোৰে উলিয়ালে। 'ধেৎতেৰি থাক, নেলাগে নিচিঙো।' কিবা এটা ভাবে তাক আগুৰি ধৰি তাহানি জেকা লিখক জনে লিখা কবিতাটোলৈ মনত পৰিল। "গোলাপ নিচিঙিবা, কাঁইটে ফুটিব
পদুম নিচিঙিবা পানী।"

"হাকিম, চিঠি আহিছে।" জুলালে ঘূৰি চাই দেখে, তাৰ ওচৰতে পিয়নটো ঠিয় হৈ এখন দুখনকৈ এজাপ চিঠি জুলালৰ হাতত দিব খোজে।

"দিয়া"

পিয়নে চিঠিবোৰ দি গুচি যায়।

দুলালে চিঠি জাপ লৈ এখন দুখন কৰি চিঠিৰ ওপৰত অহা নামবোৰ ইখনৰ পাছত সিখন কৰি জুটিয়াই চাই। সি বাহিৰৰ বাৰান্দাৰ আৰামী চকি খনতে লাহেকৈ বহে আৰু বাতৰি কাগজবোৰ একলীয়াকৈ থৈ চিঠিবোৰ পঢ়ে, দেউতাকৰ খিনি একলীয়াকৈ ৰাখে। হৰি,-- সি হৰিক মাতে।

হৰিয়ে ওচৰতে ঠিয় হয়।

'তো নে এইখিনি দেউতাক দে।'

হৰিয়ে চিঠিবোৰ লৈ খবৰ কাগজ কেইখন লব খোজোতেই দুলালে হৰিক বাধা দিয়ে। 'খবৰ কাগজ থাওক, চিঠি খিনিকে লৈ যা।

হৰিয়ে চিঠি খিনি লৈ যায়।

দুলালৰ নামৰ পষ্ট কাৰ্ডত দিয়া চিঠিবোৰ এখন দুখন কৰি চালে। মিলৰ নামৰ বুক পষ্ট চিঠিবোৰ খুলিলে। 'অ' বস্তুৰ নামৰ তালিকা' সি খুলিয়েই একলীয়াকৈ থৈ দিলে। তাৰ পাছত খামৰ ভিতৰত অহা এখন চিঠি কাঢ়িলে। ৰৰ খুনীয়া আখৰ। অহাৰ ঠিকনাটো পঢ়িলে দুইত পৰীয়া গাওঁ। চিঠি খন জুতিয়াই নামটো পঢ়িলে পুতলী। চিঠিখন সি পঢ়ি গল।

'দাদা মোৰ মৰমৰ'

"জয় জয়তে দুৰণি বটীয়া সেৱা গ্ৰহণ কৰিব। খঙেকীয়া চিনাকি হৈ যোৱা আপুনি মৰমৰ যি মাত দি থৈ গল সি

সদায় মোৰ অন্তৰত জ্বলি থাকিব। আপোনাৰ পৰা চিঠি পাম পাম বুলি সদায় চিন্তা কৰো। কিন্তু ক'তা? সন্ধ্যা, ৰাতিপুৱা প্ৰায়ে নৈ ঘাটলৈ যাও কিন্তু নিৰাশ মনটোৰে আৰু ভাগৰুৱা দেহাটোলৈ ঘূৰি আহো। চৰাঘৰৰ দুৱাৰ মুখৰ স্থল পদ্ম জোপা আপুনি দেখাতকৈ এতিয়া খুব ফুলিছে।"

তাৰ হাঁহি উঠি যায়। এইবোৰ কথানো চিঠিত লেখেনে, ধেৎতেৰি।

আকৌ সি পঢ়ি যায়।

"বিশেষ এটা কথাৰ কাৰণে লিখিলো যে আপোনালোকৰ নগৰৰ শ্যামগুৰি বাগানৰ প্ৰোজেক্টত আমি পাঁচ পুৰা মাটি পাইছো। যদি পাৰে অলপ সহায় যুগুতি কৰি ঘৰ দুৱাৰ দুটা মান ঠিয় কৰি দিব। আমাৰ গাওঁৰ প্ৰায় বিচ ঘৰ মান মানুহেও আমাৰ নিচিনাকৈ তাত মাটি পাইছে। আৰু তেখেতসকলেও সহায কৰিম বুলি কৈছে। আমাৰ ইয়াত যি মাটি বাৰী আছে সকলো বেচি কিনি যি পাও আপোনাক পৰিশোধ কৰিম। বিশেষ একো নাই। উত্তৰৰ প্ৰত্যাশাত। ইতি

আপোনাৰ
—পুতলী—

সি চিঠি খন পঢ়ি তাৰ জেপৰ ভিতৰত সুমুৱাই থলে।

দিন যায়, দিন আহে আকৌ যায়। প্ৰায় বিচ বাইছ দিন মানৰ মূৰত লুইত পৰীয়া খাটনে শ্যামগুৰি বাগানত

ঘৰ দুৱাৰৰ কাৰণে কাঠ বাঁহ কাটিলেহি। দুলালে নামে নামে মাটিবোৰ চমজাই দিলে। পুতলীহঁতৰঘৰ দুৱাৰ সজাৰ গাত লগে। খেৰ বাহ বেত সকলো দুলালে যোগাৰ কৰি দিলে।

দুলালৰ সহায় পাই দদায়েকে শলাগ লগে আৰু কলে, 'এনে বাঁৰো দুখুনী মানুহক সহায় কৰিলে ঈশ্বৰে দুগুইছা দিব দেউতা।" দদায়েকৰ সঁহাৰিটো দুলালৰ কানত সেই-দিনা ভাল শুনিলে।

সিও এনেয়ে ক'লে, "এনে কিনো কৰিব বাঁৰো দুখুনী মানুহ। বাক দিয়া গুণ নহলেও উপকাৰ হব।" দুলালে কথাটো ঠোৰতে কৈ থলে।

দুলালে মনতে ভাবিলে অ' মানুহবোৰ ঈশ্বৰৰ ভক্ত। প্ৰায় এমাহৰ ভিতৰত ঘৰ দুৱাৰ সকলো ঠিক ঠিকনা হৈ গল। নতুন গাওঁখনৰ নাম দিলে জুইত পৰীয়া গাওঁ। ঘৰ দুৱাৰ হলত কিছু দিনৰ মুৰত মানুহ আহি ভৰি পৰিলহি।

অহাৰ এদিনৰ পাচত গাৱৰ মানুহে এটা ডাঙৰ সকাম পাতিলে। দুলাল, মহন্ত আৰু বহুতক সিহঁতে নিমন্ত্ৰণ কৰিলে। দুলালেও বাইজক সেই দিনত এটা নাম ঘৰ দিম বুলি প্ৰতিশ্ৰুতি দিলে। বাইজেও দুলালক পৰি পৰি আশীৰ্বাদ দিলে।

—.•:—

দিনবোৰ আগবাঢ়ি যায়। মাহ বদলি হয়। ছলাল মাৰোৱাৰী জনৰ সৈতে আহমদাবাদলৈ গৈ মিলটো দহলাখ টকাত চুক্তিকৰি দুবছৰৰ কিস্তিত বন্দবস্ত কৰিলে। মাৰোৱাৰী জনে গাত ললে। ছলাল এমাহ মান থাকি কেই লাখ মান টকা দি মিলটোৰ ইঞ্জিন আদি মেচিনবোৰ স্পিসিয়েল ট্ৰেইন যোগে পঠালে। আহোতে কলিকতাৰ পৰা মেচিনবোৰ বহুৱাবৰ কাৰণে এটা কোম্পানীক ভাৰ দিলে। আৰু আহমদাবাদৰ আগৰ পুৰণা কামকৰা কিছুমান মানুহ লগতলৈ আহিল।

ধুম ধামেৰে কাম আৰম্ভ কৰি মেচিনবোৰ বহুৱাবলৈ লাগিল। প্ৰায় চাওঁতে চাওঁতে তিনি চাৰি শ মানুহে মহা পয়োভৰে কামত আগবাঢ়ি গল।

দিনে দিনে ট্ৰেইন যোগে মালা মাল আহিল। শস্য শ্যামলা অসম আইৰ এটি ডাঙৰ অভাব পূৰণ হল।

মহন্তই আজৰি সময়ত ছলালক সহায় কৰে। মহন্তৰ ওপৰত ভাৰ দিলে সাধাৰণ ঠিকা ঠুকলিবোৰ চাই চিতি বন্দ-বস্ত কৰি দিয়া।

নতুন কটন মিলটোৰ প্ৰায় পাঁচ মাইল মান দূৰত্তে নতুন লুইত পৰীয়া গাওঁখন। উৎসৱ আদি হলে ছলালক নিমন্ত্ৰণ কৰে লুইত পৰীয়া বাইজে। আৰু মাহ কৰাত ছলাল বাইজৰ আপোনৰ চিনা হল।

প্ৰায় চাৰিমাহৰ আগৰ কথা। তেতিয়াও মিল, সম্পূৰ্ণ মেচিন আদি বহুৱাই আদায় হোৱা নাই।

ফাগুন মাহৰ ফেৰ ফেৰীয়া বতাহ। দুলালে গৰম আল-ষ্টাৰটো পিন্ধি মালি কেইতাক ফুল পুলি বিলাক কৰলৈ দখুৱাইছে কেইটামান মালিয়ে কৰি পুলি বিলাকৰ বন বাত বোৰ গুছাই দিছে। কেইটামানে পানী দিছে। সময় তেতিয়া দিনৰ আঠৈটা মান বাজিছে।

সি কিবা এটা কাৰণত হৰিক মাতিব খোজোতেই উলতি দেখে যে কেইজন মান মানুহ গেটখন খুলি বঙলাৰ ফালে আগবাঢ়ি আহিছে।

ওচৰ পালত দেখে যে লুইত পৰীয়া বাইজ। বাইজৰ প্ৰায় বোৰকে সি চিনি পায়। মুখিয়াল কেইজনে দুলালক নমস্কাৰ জনায়। দুলালেও প্ৰতি নমস্কাৰ দি পৰ্তিকৰ দীঘল বেঞ্চ খনত বহিবলৈ দিয়ে। সি আৰামী চকী খনত বহাৰ লগে লগেই সুধি উঠিল, "পাচে বাইজ দেখোন কি মন কৰি আহিল।"

"এৰা হাকিমৰ ওচৰলৈকে আহিলো। আহিলো কেলেই আমাৰ গাওঁত আৰু দুখে কুলাই পাচিয়ে নধৰা হৈছে।" তাৰে মুখিয়াল জনে তাৰ ফালে চাই কয়।

"কি কৈছেনো? মই আপোনালোকৰ গাওঁৰ ফালে সিদিনা গৈছিলোহে।" ইতিমধ্যেই সি চুৰুটটো জলাই লয়। "নাম ঘৰটোৰ কাম সম্পূৰ্ণ হললে? বোৰহে ওপৰত টিংপাত মাৰি আদায় হল।"

"হল মাত্ৰ বাটচৰাটোহে বাকী। সিও দুই এদিনতে হব। এইটো হাকিমে ভাঙৰ কাম কৰি দিলে বাইজক। হাকিমৰ ছয় হেজাৰ মান খৰচ যাব পায়।"

তাৰে ভিতৰত আন এজনে মাত লগালে, 'এইটো দেউতাই থলেহে।"

দুলালৰ ঘৰৰ পৰা প্ৰায় তিনি মাইল মান দূৰতে লুইত পৰীয়া গাওঁখন। সেয়ে অলপ আচহুৱা। মানুহৰ আহ যাহ কম। দুলাল ধনীৰ ঘৰৰ পৰা হলেও তাৰ গপ দৰপ নাই। মানুহৰ লগত হলি গলি কথা পাতে। সেই দেখি সকলোৱে দেৱতাৰ দৰে ভক্তি কৰে, আৰু মানুহে তাক ভাল পায়।

"হাকিমে আমাৰ ফালে যোৱা বুধবাৰেই গৈছিল হয়?" তাৰে মুখিয়াল জনে দুলালৰ ফালে চাই কয়।

"এৰা বুধই কি বৃহস্পতিয়েই। অ' হয় ঠিক বুধ বাৰেই।"

'আপুনি অহা দুদিনৰ পাচৰ পৰাই আমাৰ গাওঁত আৰু ভত নাই"

'কি হৈছ' দুলালে অলপ আচৰিত হৈ সোধে।

'চৰলৈ নাই, প্ৰায় তিনিজন শেষ।" তাৰে এজনে ঘপৰাই মাত লগালে। কলেৰা হৈছে।"

'ইস্ কেতিয়াৰ পৰা' সি সম বেদনাৰ সুৰত সোধে।

"যোৱা পৰহিৰ পৰা"

"যোৱা পৰহিৰ পৰা? কোনোৰা ডাক্তৰ চাক্তৰ লগাই ছিলেনে নাই?'

"নাই, সেই দেখিহে হাকিমৰ ওচৰলৈ আহি[illegible] এটা দিহা পৰামৰ্শ দিব বুলি। এঘৰত যে টানেই [illegible]

"কাৰ ঘৰত ?"

"সেই নাম ঘৰটোৰ ওচৰত বাঁৰী মানুহ জনীৰ"

"পুতলীৰ মাক" তাৰে এজনে কয়।

"অ' পাছে কালিয়েই ডাক্তৰ লগাব লাগিছিল। এতিয়া দেখিহে হ'ল। বাৰু" বুলি কৈয়ে সি ভিতৰ সোমাই গ'ল। ভিতৰৰ পৰা কিবা এটা পনীয়া দেৱাইৰ বটল আনি তাৰে মানুহ এজনৰ হাতত দি কলে। "মই এতিয়াই ডাক্তৰ পঠাই দিম। আপোনালোকে ডাক্তৰ নোযোৱা পৰ্য্যন্ত এই চিচাটোৰ পৰা পাঁচটোপাল কৰি তিনি ঘণ্টাৰ আঁতৰে আঁতৰে খুৱাওকগৈ। যাৰ যাৰ হৈছে প্ৰত্যেককে খুৱাব। ইস কালিয়েই অহা হলে মানুহ কেইজন মৃত্যুৰ মুখত পৰিবলৈ নেপায়। বাৰু বাইজ এতিয়া সোনকালে যাওক।"

প্ৰায় তিনি ঘণ্টা মানৰ পাচত "পাবলিক হেলথ অফিচাৰ"ক নিয়াই গাৱঁৰ প্ৰত্যেক মানুহক কলেৰা ইনজেকচন দিয়ালে আৰু প্ৰত্যেককে কেনেকৈ সাৱধানে থাকিব লাগে, খাব লাগে একোটা পৰামৰ্শ দিলে।

ডাক্তৰ কেইজন প্ৰায় ৰাতি আঠমান বজাত আজৰি হৈ গল। বেমাৰীৰ ভিতৰত আটাইতকৈ টান আছিল পুতুলীৰ মাকৰ।

দুপালে গাৱঁৰ প্ৰত্যেক ঘৰতে ডাক্তৰৰ হতুৱাই ইন্‌জেকচন দিয়াৰ পাচত পুতলীহঁতৰ ঘৰ সোমাল।

পুতলী তেতিয়া মাকৰ পৰিচৰ্য্যাত ব্যস্ত।

'পুতলী' সি বাহিৰৰ পৰা মাতে।

'অ দাদা আহক বহকছি।'

'নবহোৱেই, বাতিও বহুত হল বাক এতিয়া মাৰাৰ কেনে?'

"ওকালিটো বন্ধ হৈছে, অলপ আলাইচ লাগ গুইছে।"

"ওকালিটো বন্ধ হৈছেতো?" ছুলালে তাইৰ কালে চাই সোধে।

"হৈছে"?

"তেনে কোনো ভয় নাই। কাইলৈৰ পৰা ভাল হব। মই ডাক্তৰক কৈছো কালিলৈ আকৌ আহিব। দুটা ইন-জেকচন অগা পিচাকৈ পৰিল যেতিয়া একো ভয় নাই। এতিয়া নিস্কণ্টক গুৱ পাৰিবা। সক লৰাটোও ভলে হব পায়।"

'ভাল, মোৰহে ইনজেকচন দিয়া ঠাই ডোখৰ অলপ বিষাইছে।' তাই কৈয়ে ওচৰলৈ চাপি যায়।

"বিষাব, অলপ বিষাব, অলপ গৰম পানীৰে সেক দিবা। ছুলালে ইন্‌জেকচন দিয়া ঠাই ডোখৰ টোচটো দি চালে। ওপৰত অলপ উখহা নিচিনা হৈছে। "গৰম পানীৰ সেক দিলেই ভাল হব। মই এতিয়া যাও।" সি যাও বুলি আগলৈ খোজ চলায়।

"এতিয়া তেনে নবহে"?

"এতিয়া নবহো। কালিলৈ পুনৰ আহিম।"

তাই অকণমান আন্ধাৰতে আগবাঢ়ি যায়। সি টৰ্চটো দি চাই। "ইস্ নেলাগে আহিব। মই নঙলাডাল বন্ধ কৰি যাম।"

"তেনে কালিলৈ আহিব।" তাই আধা ফুটা মাতেৰে সেহাই মাতিলে। 'আহিম', আহিম বুলি দুয়োৰো এক মিনিত মানৰ কাৰণে মাত নাইকিয়া হয়। দুয়ো ক্ষন্তেকৰ কাৰণে আন্ধাৰত মিলি যায়। সি নঙলা ডাল খুলি পুনৰ আগবাঢ়ি যায়। তাই আন্ধাৰতে অলপ সময় বৈ থাকে। তেতিয়া সময় ঠিক ন বাজো বাজো।

—o—

## দহ

ফাগুন মাহৰ সেমেকা সন্ধীয়া, দুলালে দীঘল অলষ্টাৰটো লৈ গাত সুমুৱাই হাতত তাৰ টৰ্চটোৰে সৈতে সৰু নীলা ধুনীয়া গাড়ীখন লৈ আগবাঢ়ি যায় লুইত পৰীয়া গাওঁখনলৈ।

সি গাড়ীখন আদবাটতে ৰাখি নঙলাডাল খুলি সোমাই যায় পুতলীহঁতৰ ঘৰৰ ফাললৈ।

বাহিৰত কুঁৱলীবোৰ পৰি গছবন বোৰ তেতিয়া সেমেকি উঠিছিল। তাৰ ক্ৰেপচলৰ জোতাজোৰ নিয়ৰ পৰা ভিজা বননীত অলপ পিচলি গৈছিল।

সি টৰ্চটো দি কেউফালে চালে। দুৱাৰবোৰ বন্ধ দেখিলে। ইস্ ইমাম সোনকালে সন্ধ্যাতে গাৱঁৰ মানুহবোৰ শোৱে। সি দুৱাৰ খনৰ ওচৰলৈ আগবাঢ়ি যায়।

"হেৰা পুতলী, শুলাইনে কিহে তোমালোক" তাৰ লেনীয়াকৈ মতা মাতটো। তাইৰ কাণত বাজি উঠে।

থৰথৰ কৰি পুতলীয়ে বিছনা খনৰ পৰা উঠে। ওচৰতে থকা লেমটো জ্বলায়। পিন্ধি থকা কানি কাপোৰ বোৰ সযত্নৰে ঠিক কৰি আলনা ডালত থকা চাদৰ খন গাত মেৰিয়াই ললে তাৰ পাচত আইনা খনেৰে চাই মূৰৰ আউলি বাউলি চুলি কেইডাল হাতেৰেই ইফাল সিফাল কৰি তাই দুৱাৰখনৰ ফালে আগবাঢ়ি আহে।

'নাই শোৱা দাদা এনেয়েহে বিছনাত কাতি হৈছিলো।' "এতিয়াই এই ফুট গধূলিতে নে ?"

দুৱাৰ খন মেলাৰ পাছত চকীখন মোহাৰিয়েই ধুনীয়া হাঁহি এটা মাৰি কয় 'বহক'।

"মাবাৰ এতিয়া কেনে ?"

"সম্পূৰ্ণই আৰোগ্য"।

"কালি ডাক্তৰ আহিছিলেনে ?"

"আহিছিল, আজিও আহিছিল। বেজি দি গৈছে। কৈছে যে আজিৰ পৰা আহিব নেলাগে। কালিযে আপুনি নাহিল ? মাই আপোনাৰ কথা শুধিছিলে।"

"অ কালি মোৰ গাটো ভাল নেলাগিল। সেইহে মহন্তক মই খবৰ কৰিবলৈ পঠাই দিছিলো। তেওঁ আৰু ডাক্তৰ দুয়ো ঘূৰি গৈ আমাৰ ঘৰত সোমাইছিলগৈ। ঘূৰি যাওঁতে সিহঁতৰ বহুত ৰাতি হল। মাৰাই কিয় বিচাৰিছিলে?"

"এনেয়ে"

"মহন্ত আপোনাৰ কি হয়?"

"ছোৱাকৈ একো নহয় এজন বন্ধু।" ছুলালে ইতিমধ্যাই চুৰত এটা জলাই লয়। "কিয় সুধিলা?"

"এনেয়ে, কি যে মানুহজন পঠাইছিল খবৰ লবলৈ? কি যে প্ৰশ্নবোৰ সোধে। ভাল নেলাগে" তাৰ চকুত তাই চকুটো ৰাখি যেন বিৰক্তিৰ ভাৱত তাক উত্তৰ দিয়ে।

"বৰ বঢ়িয়া লৰা, কথা পাতিলেই গম পাবা।" সি ধুনীয়াকৈ লাজুকী হাঁহি এটি মাৰি কয়।

'কি কৰে এতিয়া ?" তাই তললৈ মুৰ কৰিয়েই সোধে।

'মাষ্টৰ, তোমাক পঢ়াব পাৰিব।'

'ইস্ আমাক নেলাগে পঢ়াব সেইভালে।'

তাৰ হাঁহি উঠি যায়। "কিয়?"

এনেয়ে, আপুনিয়ে পঢ়াব'

'মই। সি "মই" বুলি হাঁহি দিয়ে। বিজুলী সকাৰে চকুটো পচাৰি তায়ো হাঁহি দিয়ে। "সময় ক'ত পুতলী"

দুয়ো নিমাতে থাকি ছুলালে আকৌ সুধিলে। "তোমাৰ স্কুলৰ চাৰ্টিফিকেত খন আনিছিলানে?"

'নাই অনা'

'কিয় ?'

"এম-ই কেইল কৰা চার্টেফিকেতখন আনিনো কি কৰিম ?" তাই তললৈ মূৰ কৰি'য়েই উত্তৰ দিয়ে।

ছুলালে অলপ সময় নিমাৰ্তে থাকি কিবা এটা ভাবিলে। "এই নতুন কৰি পতা হাইস্কুলখনতে নাম লগাই লবা। ওচৰো হব কিতাপ পত্ৰ কি লাগে লিষ্টখন দিবা। একে শ্ৰেণীতে নাম লগালেহে হব আক।"

"নেলাগে, নতুন হাইস্কুলত এ শ্ৰেণীৰ ওপৰতে লগাব পাৰিম। আজি কেইদিন মানৰ আগতে তাত কাম কৰা মাষ্টৰ এজনে কৈছিল।"

"তেনে তাকে কৰা, মইহে তোমাক পঢ়াব— কেনে দেখা।" তাই লাজুকী লতাৰ দৰে তললৈ মূৰ কৰে। "ক'তা নেমাতিলা দেখোন ?"

'জানো' তাই চাদৰৰ আগটো মোহাৰি মোচাৰি বহুত পৰৰ মূৰত উত্তৰ দিয়ে। 'আপুনি যদি ভাল দেখে আক কয় "আক তাই কিবা কব খুজিছিল কিন্তু তাই হঠাৎ তললৈ মূৰ কৰি তাৰ চকুত চকুটো ৰাখি চকুটো পঢ়াবে।

সি আকৌ এটা চুৰত জলাই লয়। চুৰতৰ ধোঁৱাবোৰে তাইৰ মুখৰ আগেদি পাৰহৈ যায়। কোঠাটো ধুৱলী কুৱলী হয়। তাই চাদৰৰ আগটোৰে মুখখন ঢাকি তাৰ কালে চাই কয় "আপুনি বৰ চুৰত খায়"

'এৰা এৰা বুলি সি কিবা এটা ভাবি চুৰতৰ ছাইবোৰ আঙুলিটোৰে টুকুৰিয়াই চুৰতটো আকৌ মুখত লয়। অলপ সময় দুয়ো নিমাতে থাকি পুতলীয়ে আকৌ কৈ উঠিল "আপোনাক গাওঁৰ মানুহ বোৰে বৰ ভাল পায়।"

"মোক ?"

"হয় আপোনাক"

'।কয় ?"

"আপুনি হেনো গাওঁত এখন লাইব্ৰেৰী পাতি দিম বুলি কৈছে।"

"অ এৰা, অ' কৈছোহে, বেয়া হবনেকি ? মানুহবোৰ সজাই দিয়াৰ পৰা কেনেকুৱা হল বাৰু। অহা বছৰত আৰু চৰকাৰী পুথুৰী এটা খনাই দিয়াৰ লাগিব।"

তাই লাজুকী হাঁহি এটি মাৰি কয়। "পইছা থকা মানুহ আপোনালোকে দিম বুলিলেনো কি? খুব ধুনীয়া হব। সেইহে গাওঁৰ মানুহবোৰে আপোনাৰ নাম লৈয়ে থাকে। তাহানিখন হেনো সেই আলিৰ সিপাৰৰ গাওঁখনত এটা লাইব্ৰেৰী আছিল। সেইটো হেনো আপোনালোকেই পাতিছিল।"

"অ' এতিয়াও আছে।" সি কিবা এটা ভাবি থকাৰ দৰে থাকি মাজতে কয়।

"ক'ত আছে নামঘৰটোহে আছে। কিতাপবোৰ এখন এখন কৰি ঘৰে ঘৰে সুমুৱালে, এতিয়া মাত্ৰ ভগা দুটা আলমাৰিহে আছে।"

'ইস্ ইমান ডাঙৰ লাইব্ৰেৰীটো। লৰাবোৰে পঢ়িবলৈ আগৰ দৰে নাহেনেকি?" সি যেন অন্তৰত আঘাট পোৱাৰ দৰে সোধে। "নাহে কিতাপ নাই বুলিলেই হয়। আপোনা-লোকে কাণ মন এৰি দিলে। শুনিছো বোল ভাল লৰা কেইজন কামে কাজে সোমাল। কেইজন মানে 'পাৰ্টিপলি-টিক্সত' যোগ দিলে"।

"অ' অৱশ্যে হয়। কিয় বাকী/বাৰটো লৰা আছে?" সি তাইৰ কালে সোধে ।

"এৰা আছে। থাকিলেনো কি হব। প্ৰায় বিলাক লৰা 'কমিউনিয়েল মেণ্টেলিটি' হল। বাকী কিছুমান 'পাৰ্টি-পালিটিকচত্তে' যোগ দিলে।'

"ও, 'পাৰ্টিপলিটিকচত্তে' যোগ দিয়ক, কিন্তু 'কমিউনিয়েল মেণ্টেলিটি' ভাব কেতিয়াৰ পৰা হল। ইস বৰ বেয়া কথা। সেইহে দেশখন অধঃপতনে যাব লগা হৈছে, 'কমিউনিয়েল মেণ্টেলিতিৰ' কাৰণে ছাত্ৰ বিলাকো যে ধ্বংসৰ কালে গৈছে গৈ'ছই অনুষ্ঠান/বাৰটো এইদৰে হলে অধঃপতনে যাব। সেইদেখিছে তেনে লৰাবোৰ নাহে। তাৰ মনটো মৰি যোৱাৰ নিচিনা লাগে। বাক কিতাপবোৰ কিবা উদ্ধাৰ কৰিবৰ দিহা আছেনে?

"ওঁহো, তেনেটো কোনো 'ৰেকৰ্ড' নাই"

'ৰেকৰ্ড নাই?'

'নাই,'

"তেনে নতুন এটা লাইব্ৰেৰী পাতি দিলে তাৰো অৱস্থা সময়ত একেই শোচনীয় হব"

"অৱশ্যে নহবও পাৰে যদি আপোনালোকৰ নিচিনা উদ্যোগী লবাই আগবাঢ়ি ওলাই আছে।"

"অ' বাৰু পঢ়াৰ ছাত্ৰ সংখ্যা জানো ওলাব? এনেয়ে লাইব্ৰেৰী এখন পাতি দিলেনো কি লাভ হব যদি সঁচাকৈয়ে নপঢ়ে। যদি পঢ়ুৱৈ সমাজ নোলায়।"

"ওলাবও পাৰে যদি সঁচাকৈয়ে লাইব্ৰেৰীত থাকিব লগীয়া সকলো সৰঞ্জাম থাকে। যেনে সকলো ধৰণৰ আলোচনী দেশ বিদেশৰ বাতৰি কাকত, ভিন্ন ভিন্ন লিখকৰ কিতাপ আৰু সকলো ধৰণৰ খেলাৰ সৰঞ্জাম আৰু মাজে মাজে এ'কাখন 'কমপিটিচন্ দিবেতিং'। কিন্তু কথা হৈছে 'কমিউনিয়েল মেণ্টেলিটিৰ' কাৰণে যে লৰাবোৰৰ ভাব বোৰ একেটা হব তাৰ আশা কম। তাৰ কাৰণে যদি কিবা এটা কৰিব পাৰো।"

"এটা কথা পুতলী, শিক্ষাবিষয়ক অনুষ্ঠান এটা কাৰো ব্যক্তিগত সম্পত্তি নহয়। ইয়াত 'কমিউনিয়েল' ভাবটো কিয় সুমাইছে?" তাৰ মনটো কিবা এটা বিৰক্তিৰ ভাবে আগুৰি ধৰিছেহি। যি ছাত্ৰ জীৱনত নিজৰ স্বাৰ্থ ত্যাগ কৰি অনুষ্ঠানটো গঢ়িছিল সেই আজি অনুষ্ঠানটোৰ শোচনীয় কথাটোৱে তাৰ অন্তৰত ভীষণ আঘাট কৰে।

"দাদা চাহ অকণ খাব? কৰোগৈ"

"এৰা বাত্তি বহুতেই হল।" সি পুনৰ চুৰত এটা জ্বলাই ললে। বাটতে মানুহ এজনে দিয়া কিবা কাগজ এখন উলিয়াই সি চালে। 'অ' চুটীয়া সম্মিলন।' সি কাগজ খন জপাই থলে।

অলপ সময়ৰ পাচত তাই গ্লাচ এটাত চাহ লৈ দাদাকৰ কালে আগ বঢ়াই দিলে।

দাদাকে গ্লাচটো হাতেৰে ধৰিলে আৰু তাৰ আগতেই লেমটোৰ ফিটাডাল বঢ়াই দিলে। লেমটোৰ পোহৰত তাইৰ মুখখন তেতিয়া জিলিকি উঠিছিল। তাইৰ হাতৰ আঙুঠিতোত পোহৰটো পৰি সোণৰোৰ তিৰবিৰাই উঠিছিল। বগা ডিঙিটোৰ ওপৰত ওলমি থকা নেকলেচ ডালে তেতিয়া তাৰ চকুত ধৰিছিল। ইস্ কিমান ধুনীয়া পুতলীজনী। নেকলেচ ডালৰ লকেটটো তেতিয়া ওলমি আছিল।

সি চাহ খাই উঠি গ্লাচটো মেজ খনৰ ওপৰতে থাখিলে লগে লগে সুমাই যোৱা চুৰতটো জ্বলাই ললে, টৰ্চটো সি হাতেৰে মেজ খনৰ পৰা তুলি আনি তাইৰ মুখৰ ফালে এবাৰ জ্বলালে। পোহৰ পাই নেকলেচ ডাল তিৰবিৰাই উঠিল। 'পুতলী' পুতলী বুলি সি মৰমতে এবাৰ মাতিলে। পুতলীয়ে সেগাই 'কি' বুলি মতা যেন শুনিলে। পুতলী ওচৰ চাপি আছিল। আউলি বাউলী চুলি কেইটা ডালত সি হাত ফুৰাই দিলে আৰু সি কৈ উঠিল।

"কিমান ধুনীয়া লাগে তোমাৰ মুখখন।" তাই লাজ পায়। 'ইস্' বুলি কৈয়ে তাই ভতালৈ মুখ কৰে। সি

তাইৰ চকু দুটাৰ ফালে সতৃষ্ণ নয়নে আকৌ এবাৰ চালে। পুতলীৰ চকুত চকু পৰাত তাই চকু কইটা নমাই আনি লাজুকী ভাব ধৰি তললৈ মূৰ কৰিলে। 'মই যাওঁ বাতি বহুত হল', দুলালে চকীৰ পৰা উঠিবলৈ ধৰাৰ আগতে কয়। তাই অভিমানত ইস বুলি কৈ উঠে।

'এতিয়াই যায়নে ?' তাই তাৰ মুখ খনৰ ওচৰলৈ মুখখন চপাই নি সোধে। তেতিয়া তুয়োৰো তল ওঠ দুটা কঁপি উঠে। এবা যাওঁৱেই' কপিউঠা ওঠ দুটা চেপি দুলালে উত্তৰ দিয়ে। ক্ষন্তেকৰ কাৰণে কিবা এটা কঁপনিত মাতবোৰ সিহঁতৰ ঠোকাঠুকি হয়।

যাওঁ বুলি দুলাল বহাৰ পৰা উঠে। তাৰ অলশ গাটো টানি লৈ যায় বাটত থৈ অহা গাড়ীখনৰ ওচৰলৈ। তাৰ অলপ পাচতে গাড়ীখনৰ পোহৰটো পৰি নাম ঘৰটো জিলিকি উঠে। গাড়ীখন আগবাঢ়ে। তাই ভিতৰ সোমোৱাৰ আগতে ওপৰৰ আকাশলৈ এবাৰ কি দুবাৰ চালে ঠিক তেতিয়া দুই এটা তৰাই লুকা ভাকু খেলিছে আৰু আকাশৰ ওপৰত লাগি থকা চপৰা চপৰ ডাৱৰবোৰো তেতিয়া প্ৰচণ্ড বেগেৰে কানোৰা অজান ঠাইলৈ আঁতৰি যায়।

—০—

## এধাৰ

দিনবোৰ যাগৰে, বছৰ বদলি হয় মিলটোৰ কামবোৰ আগবাঢ়ি যায়। হুচ্ হুচ্ শব্দ কৰি মিলটো চলে। মানুহ বোৰে চেদভেদ নোহোৱাকৈ অহা যোৱা কৰে। মিলটোৰ ওচৰে পাজৰে অসংখ্য সৰু ডাঙৰ দোকানবোৰ বহে। বাতি-পুৱা আৰু আবেলিৰ মিলটোৰ উকিবিলাকৰ আৱাজে গাঁৱৰ মানুহ বিলাকে সময়টো নির্ণয় কৰে। হোঁ হোঁ শব্দ কৰি লৰীবিলাকে মিলটোৰ ভিতৰৰ পৰা কাপোৰৰ গাঁঠবোৰ অনানিয়া কৰে। ডুলাল ভিতৰ সোমাই যায়। গেটৰ নেপালী চকীদাৰ বিলাকে থৰ লাগি বাট এৰি দিয়ে।

সি তাৰ অফিচৰ কোঠাটোত বহে অসংখ্য কেৰেণী মহৰীয়ে তাৰ অফিচটো আগুৰি থাকে। টইপ মেচিনৰ টক্ টক্ শব্দবোৰ তাৰ কানত বাজি উঠে। বহাৰ অলপ পৰৰ পাচত তাৰ ওচৰত আহি পৰে অসংখ্য কাগজ পত্ৰ। চাপ্ৰাচী বোৰে কাগজৰ ফাইলবোৰে তাৰ মেজ খনৰ ওপৰত ৰাখে। ওচৰৰে এজন কেৰেণীয়ে ফাইলটোৰ কাগজবোৰৰ এখন এখন কৰি উলিয়াই দিয়ে। সি প্ৰত্যেক খন কাগজ দস্তখত কৰে। কাগজবোৰ চহী কৰা আদায় হলে দেখা কৰিবলৈ বৈ থকা মানুহ বোৰক এজন এজন কৰি মাতে।

কিছুমানে হয়তো আশা কিছুমানে হয়তো নিৰাশাৰ মাজেদি ওলাই যায় নিজৰ ভাগ্যক থিয়াই।

তাৰ পাচত সি আহে মিলটোৰ ভিতৰলৈ। সি গোটেই মিলটো এপাক মাৰি ঘূৰি চায়। অতবহু মিলটোৰ পৰা ভাগে ভাগে কাপোৰ বিলাক চেদ ভেদ নোহোৱাকৈ লানি লাগি ওলায়। মিলটোৰ ভিতৰৰ কেউপিনে ঘৰ্ ঘৰ্ শব্দ বোৰ তাৰ কানত লাগে।

মিলটোৰ ভিতৰৰ বনুৱা বিলাকে তাক দেখি খুব ব্যস্ত যেন দেখুৱায।

মিলটোৰ ভিতৰৰ কাপোৰৰ থাকবোৰ ভাগ ভাগ কৰি ডাঙৰ গুদামটোৰ ফালে ট্ৰলি খনত ভৰাই বনুৱা বিলাকে ঠেলি নিয়ে। ট্ৰলি খনৰ চকাকেইটা বেল কেইডালত ঘহনা খাই ঘৰ্ ঘৰ টক্ টক কৰি উঠে।

সি মিলৰ মেনেজাৰ জনৰ লগত কথা-বাৰ্ত্তা পাতে সি আকৌ আগবাঢে 'মেচিনৰ পাৱাৰ হাউচটোৰ' ফালে।

পাৱাৰ হাউচৰ সন্মুখতে সি ৰয়। মিলটোৰ বনুৱা কেতবোৰে তেতিয়া ইঞ্জিনৰ বইলাৰ ভিতৰত কইলাবোৰ সুমুৱাই দিয়ে। কইলাবোৰ স্নুমাই দিয়াত ওপৰৰ চিমনিটোৱে ধোৱাবলৈ উপক্ৰম কৰে।

সেই ভীষণ আকৃতিৰ ইঞ্জিনটোৰ শব্দটোৱে তাৰ কানত অনবৰত বাজে ঘৰং ঘচ্ ঘৰং ঘচ্।

তাৰ পাচত সি ওলাই যায় বহল লন খনৰ মাজেদি গুদামটোৰ ফালে। তেতিয়া মিলটোৰ বাহিৰলৈ গুনা হুচ্ হুচ্ শব্দটো তিনিমহলীয়া গুদাম ঘৰৰ পকা ইটা বেৰত ঠেকা খাই তাৰ কানত প্ৰতিধ্বনিটো বাজি উঠে হুচ্ হুচ্ ঘচ্ ঘচ্।

গুদাম ঘৰটোৰ ভিতৰ পোৱাৰ আগতে আকাশ পাতাল নিনাদিত কৰি উ-উ কৰি বাজি উঠে দীঘল চাবি বজাৰ সঙ্কেত ধ্বনিটো।

শব্দৰ লগে লগেই ওলাই যায় লানি লাগি সুবরা বিলাক।

সি ঘূৰি চাই বহুতো হাজাৰ বনুৱা। তাৰ মনটো ভাল লাগে। সি গুদাম ঘৰটোৰ ভিতৰ সোমাই যায়।

সি মহন্তক দেখা পাই, মহন্তই কিবা এটা তেতিয়াও বহি খনত যোগ বিয়োগ কৰি আছে। মহন্তই চকীখন দুলালক এৰি দিযে। আন এখন চকী সি তানি আনি তাৰ ওচৰতে বহে।

দুলাল বহাৰ পৰা উঠি গুদাম ঘৰটোৰ কেউপিনে এবাৰ চালে। বহুত লাখ টকাৰ কাপোৰ এতিয়াও জমা হৈ আছে।

মহন্তই বহীবোৰ সামৰি থয়। ওচৰতে সিচৰত্তি হৈ থকা কাইলটো বঙা ফিটা ডালেৰে বান্ধে। বান্ধি ৰেকটোলৈ দলি মাৰি দিয়ে। দুলাল আজি কেৰা দিনো মিলনৈ অহা নাই।

'মহন্ত' দুলালে তাৰ ফালে চাই মাতে। তুমি আৰু মাষ্টৰী এৰি দিয়া। স্কুলত কাম কৰি আহি ইয়াত কাম চলাবলৈ সময় নহব।

"এবা গৰম বন্ধ খুলিলেই এৰি দিম বিজাৰি। তাহলে চিউচনটোকে এৰি দিব লাগিব। আজি কেৰা দিনো যোৱাও নাই।"

"কিয় ?"

"এৰা এনেয়ে।' মহন্তই মেজৰ ওপৰৰ আক কেইটামান কাইল গুঁচৰৰ বেক দাললৈ দলি মাৰি দি কয়।

"এ, নোযোৱাটো বেয়া হৈছে।" মহন্তই আজি প্ৰায় এবছৰ টিউচন কৰিছে পুতলীৰ ঘৰত। দুলালেই উপদেশ দিছিলে মহন্তক পুতলীৰ ঘৰত টিউচন কৰিবলৈ।

"এৰা মানুহে বেয়া বোলে" সি যেন বিৰক্তিৰ ভাব এটা লৈ কলে।

"মানুহে বেয়া বোলে ? সেইবোৰ কেনেকুৱা মানুহ।" দুলালে থাই থকা চিগাৰেটৰ ছাই বিলাক এচট্ৰেখনত গুচাই কয়। "তুমি বুবুজা গাওঁৰ মানুহবোৰ কেনেকুৱা। গাওঁৰ মানুহবোৰৰ মুখে শুনিছো মই হেনো তাতে দৰমহা চৰমহা নলৈ কাম কৰো তাত মানুহৰ চকু পুৰিছে। গাওঁৰ মানুহবোৰৰ মনবোৰ বৰ ঠেক।"

"মিছা কথা মই কেতিয়াও মানি নলও। আজি জগতত যিমান ডাঙৰ মানুহ হৈছে গাওঁৰ মানুহেই বেচি। নিজে ভাল হলে জগত গোটেই থনেই ভাল। মৰম কৰি মমম দিলে বনৰীয়া জীৱ জন্তুৱেও পোহ মানে"

দুলালৰ মনটো কিবা এটা ভাবে সেমেকি উঠে। দুলালৰ কিবা এটা ভাবে অন্তৰখন পুৰিবলৈ ধৰে। কিজানিবা কি ? সে তাই অপমান কৰিলে। ওহো, অপমান কৰিবলৈতো সি সিমান সাহস কৰিব নোৱাৰে। অলপ পৰ মুয়ো নিজাল

মাৰি বহি থাকে, ছুলালে কয় "তুমি তেনে নোযোৱাটোৱেই সিদ্ধান্ত কৰিলানেকি ?"

"যাম আজি যদি সময় উলিয়াব পাৰো নিশ্চয় যাম"

ছুলালে আকৌ কিবা এটা মনে মনে ভাবে। বেয়া ভাববোৰ তাৰ মনত ঘূৰি ঘূৰি বেৰি ধৰেহি। মহন্তই মাজে মাজে টিউচনলৈ নেযায়। মাহেকে তিনি মাহে দন লাগি দুই এদিন নোযোৱাকৈও থাকে।

"বাৰু তোমাক মাকে তেনে কিবা বেয়া কথা কৈছিলনেকি ?" মহন্তই কথা'টো একো তত ধৰিব পৰা নাই।

'ওহো, মাকেটো মোক একো নকয়। বৰঞ্চ দুই এদিন নগলে সোধে নোযোৱাৰ কাৰণ।"

"তেনে যাবা, পাৰিলে মেট্ৰিকটো দিব পৰা কৰি শিকোৱ বাবী দুখুনীৰ ছোৱালী উপকাৰ হব।" তাৰ পাচত বহুত আলোচনা হয় অন্য বিষয়লৈ। অনান্য আলোচনাৰ পাচত মহন্তই মাজতে কলে "এবা মিলত ষ্ট্ৰাইক হব লাগিলে বৰ দিগদাৰি হৈ পৰিব।

সি আচৰিত হোৱাৰ দৰে সোধে। "এইবোৰ কথা কেতিয়াৰ পৰা উত্তৰ হল।"

"আজি দহদিন মান ধৰি"

"বিষয়টো কি জানানে ?"

"মই ঘুনুক ঘানাক কৰি শুনিছো বোলে আগতে কেৰা বাৰো তোমাক লেবাৰ ইউনিয়নৰ পৰা জনাইছিল প্ৰথম

পৰাৰক' এটা পাঠাগাৰ লাগে, দ্বিতীয়তে সকলোবোৰ তিথি
উৎসৱ পাতিবলৈ মিলৰ গৰাকীয়ে তাৰ খৰচ বহন কৰিব লাগে।"

"অ' সেইবোৰ দেখোন মোৰ দৃষ্টি গোচৰত আছেই।
ৰৰ ভাল কথা মইতো না কৰা নাই। বাৰু, ইয়াৰ ষ্ট্ৰাইক
কৰা গুৰি কোনে ধৰিছে জানানেহে?"

'আটাইবোৰে কিজানি'।

"বাৰু এতিয়া যাও আহা।"

"তোমাৰ স্কুল কেতিয়া খুলিব ওলাই আকৌতে
জাতে ডুলালে সোধে।

"অহা সোমবাৰে' বুলি কৈয়ে হেমন্ত মহন্তই মিলটোৰ
পথৰ মাজেদি ডাঙৰ আলিটোৰ ফালে আগবাঢ়ি যায়।

অলপ সময়ৰ পাচত ডুলালবো মটৰ খন বহুত দূৰত
ন দেখা হয়।

—০—

বাৰ

প্ৰায় আঠ মাহ মানৰ পাচৰ কথা। বহাগৰ বিহুলৈ
আৰু বেচি দিন নাই। দহ দিন কি বাৰদিন মাজতে
বাকী। ভেতিয়া দূৰৈৰ গাঁও বিলাকত পেপাৰ মাত বিলাক
শুনিবলৈ পোৱা যায়।

ওচৰৰ গাঁওবোৰত বিহুৰ কাৰণে চিৰা পিঠা খুন্দা ঢেকী বোৰৰ মাত অহৰহ কানত পৰে—খেংকুচ্ খেংকুচ্।

নগৰবোৰত কিন্তু সিমান নাই। বজাৰৰ লুচি পুৰিৰ মাজতে শেষ কৰি দিয়ে। অসমীয়াৰ হাড়ে মগজুৱে লগা বিহুটি। কিন্তু গাঁৱত হলে বিহুৰ দহদিনৰ আগৰে পৰা ঢোলৰ চেও আৰু দহ বাৰ দিনৰ আগলৈকে তাঁত শালৰ খত্ খত্ খাত্ খাত শব্দবোৰ প্ৰায় ঘৰতে থাকেই, সেই কেই দিন গাঁৱত ডেকালৰাৰ মুখত বিহু নামেৰে ভাত্ ভাত। অসমীয়াৰ বিহুটোৱেই প্ৰেমিক প্ৰেমিকা মিলনৰ এটি ঘাই সুবিধা। সেই দেখিছে লবাই বিজাতীয় হলেও সেই কেই দিন গায়--

"তোমালৈ চাওতে জপনা দেওঁতে
বিন্ধিলে অৰৈয়া হুলে।
তোমাৰ মনে গলে মো'ৰো মনেগলে
কি কৰিব কলিতা কুলে।"

দুলালৰ মনটোও অপাৰ আনন্দ এইবাৰ সি মিলত বিহুৰ প্ৰীতি সম্মিলন পাতিছে। হেমন্তই প্ৰীতি সম্মিলনৰ ঘাই দেষ্টা।

দুলাল সেই দিনা আবেলি কৰবাৰ পৰা আহি চাহ জলপান খালে। তাৰ সেই দিনা কিবা কথাত মন গল লুইত পৰীয়া গাৱঁলৈ যাবলৈ। তাৰ লুইত পৰীয়া গাওঁ খন আপোন আপোন লাগে, সৰ্ব্ব সাধাৰণতে প্ৰণয়িনী থকা

ঠাই ডোখৰ ছাজাৰ বেয়া হলেও ভাল লাগে। তাতে পুতলী আছে। পুতলীক সি বিয়া কৰাব। পুতলীক সি প্ৰতি শ্ৰুতি দিলে। পুতলী তাৰ চিৰজীৱনৰ কাৰণে চিৰ সহচৰী হব। গাওঁ খন বেয়া হলেও ভাল।

সি যোৱাৰ আগতে ধুনীয়াকৈ গাটো সজালে, নতুন কাপোৰ লৈ সি আগবাঢ়িল লুইত পৰীয়া গাৱঁৰ ফালে। সি মাজ ৰাত পোৱাৰ আগতে তেতিয়া আন্ধাৰবোৰ নামি আহিছে। নতুন কৰি মাতি দিয়া কাৰণে সি ভাঙৰ আলিটোৰ মূৰতে গাড়ী খন ৰখালে।

সি তাৰ ওপৰ চুৰত এটা জুলাই বহুত কিবা কিবি ভাবি ভাবি গৈ আছে পুতলীক কেন্দ্ৰ কৰি। যাওতে সি বাটত শুনিছে বহুত দৰৱত কুলিটোৱে কু উ—কু-উ কৰি আৰাও পাৰিছে। সি মাজতে ভাবি গৈছে কিমান ধুনীয়া পুতলা জনী। কিমান ধুনীয়া তাইৰ হাঁহিটো হাঁহি দিলে কনেকৈ দাঁত কেইটা মুকুতা জিলিকা দি জিলিকে। তাইৰ লগত তাহানি ধেমালি কৰা বহুত কথা মনত পৰে। নামটোৰ বিষয় লৈ কিমান যে জোকাইছিল তাইক।

এই দৰে ভাবি যাওঁতে যাওঁতে কেতিয়া পুতলীহঁতৰ চোতাল মুখ পালেগৈ সি ধৰিবই নোৱাৰিলে।

দেখে বাহিৰৰ কোঠাটোত এটা লেম্প জ্বলি আছে। সি লাহেকৈ নঙলাদাল খুলি সোমাই পৰিল। সি খিৰিকি পৰৰ ওচৰৰ ফুল গছ জোপাৰ ডালটোৰ তলতে বহে। দেখে

যে হেমন্তই তালৈ চাই কিবা এটা ভাবি বৈ আছে। ঠিক গাতে গা লগাই পুতলী। কেতিয়াবা হেমন্তই তগৰ ফুলৰ থোপাটো তাইৰ মুখৰ আগত দাঙি ধৰি কেতিয়াবা হয়তো নাকৰ ওচৰত লগাই দিয়ে। তাই কিবা এটা লিখিছে। লিখি অটাই তাই তাক দিয়ে। হেমন্তই হাঁহি এটি মাৰি কাগজ খন লৈ গালে—

মৰমৰ দীঘ দি চেনেহৰ বানি লৈ,
চকুৰ পানীৰে ৰ'চ
সপোনৰ ফুলেৰে তাবিছো অন্তৰেৰে
তোমাক পাবলৈ বুলি।
চকুৰ পানীৰে চিয়াহি কৰি আঙুলীৰে কৰিলো কলম
মৰমৰ দাদালৈ লিখনি ধৰিলো
চিৰ জীৱন দি যাবা মৰম।

হেমন্তই গোৱাৰ পাচত তাইক বাউসীতে মৰমৰ ঢকা এটা মাৰি তাইৰ হাতৰ কলমটোলৈ সিও লিখি যায়। মাজে মাজে তগৰ ফুলৰ পাহিবোৰ ছিঙি ছিঙি তাই তাৰ মুখৰ ওচৰলৈ দলিয়াই দিয়ে।

সিও এনেয়ে কৈ উঠে 'ইস্, এইজনী ৰবাচোন।' সিও খৰকৈ লিখি যায়—

পখিলা পখিলা
অ' মনে পখিলা,

উৰি গুছি গলা
অ' মনে পখিলা
অকনো নৰই
তুমি প্ৰাণ পখিলা,
বতাহৰ লগ পাই ফুলকো এৰিলা।

যদি জানিছিলা
অ' মনে পখিলা
বতাহ তোমাৰ প্ৰিয়
অ' মনে পখিলা
কিয়নো পৰিলা
ফুলত মন পখিলা
বতাহৰ লগে পাই ফুলকো এৰিলা।

সি আৰু বহুত কিবা কিবি লিখি অতাই তাইৰ হাতত দিয়ে। তাই আধা পাই খিল খিলকৈ হাঁহি দিয়ে।

সি তেতিয়া বঙা গোলাপৰ কলি এটা তাইৰ মুখৰ আগত দাঙি ধৰে। তাই তাৰ হাতটো থাপ মাৰি ধৰি গোলাপৰ কলিটো তাৰ কোটটোৰ কলাৰটো সুমুৱাই দিয়েই আকৌ গাই যায়।

তাই মাজতে কয় "কম ধুনীয়াতো নিলিখে আপুনি।" বৰ ধুনীয়া লিখে আপুনি। তাই পাই আটাই খিল খিলকৈ হাঁহি দি তাৰ গাত ঢলি পৰে। সি তাইৰ বাউসী ছুটাত

সাৰটি মাৰি ধৰি তাৰ মুখৰ ওচৰলৈ তাইৰ মুখখনি চপাই আনি সোধে।

"বাক পুতলী সঁচা কোৱাচোন তুমি বাক দুলালক ভাল পোৱানে নোপোৱা ?"

কথাবাৰ সোধাৰ লগে লগেই ওপৰৰ পৰা জেঠি এটা কিবা খৰ্‌পত আহি তাইঁতৰ মেজৰ ওপৰতে পৰি গাই দি নামি মাতিত পৰিল। পুতলীৰ গাটে জিকাৰ খাই উঠিল তাই লেম্পটো তলৈ নমাই চাই 'অ' কেনিবা বগাই গল যাওক'

'কিয় সুধিলে' তাই লাজুকী হাঁহি এটি মাৰি সোধে।

'এনেয়ে', সুধিলোহে সি হেপাহৰে সোধে।

'নেপাও, সঁচা ভাল নেপাও।' তাই মুখ টিপি হাঁহি এটি মাৰি লগে লগে মুৰটোও জোকাৰে।

'ইস্ সঁচানে'?

'সঁচা ভাল নেপাও'।

'সঁচা তেনে' সি আবেগ সুৰত সোধে। তেনে এই কিতাপ আছে সঁচা কোৱাচোন বাক।

'এই কিতাপত ধৰি কৈছো, সঁচাকৈয়ে মই তেখেতক সমূলি ভাল নেপাও।'

তেনে তেওঁ দিয়া উপহাৰবোৰ কিয় লোৱা। তেওঁ ইয়ালৈ তেনে কিয় আহে ?"

"মই সঁচাকৈছো মই তেখেতক সেইবোৰৰ কাৰণেইতো ভাল পাও। মই ভাল পাও তেখেতৰ ধন-সোণ, ঐশ্বৰ্য্য-বিভূতি

বাৰক্রে। কিন্তু প্রকৃততে সঁচা কথা কবলৈ গ'লে মই তোমাৰ সমূলি ভাল নেপাওঁ।"

'তেনে সঁচা' সি তাইৰ মুখ খনত মুখ খন দি তাইক তাৰ তপত বুকুখনৰ ওচৰলৈ চপাই আনে।

'সঁচা' তাই তাৰ চকুতে চকুটো ৰাখি কয়।

তাৰ পাচত লেম্পটোত তেল নাইকীয়া হৈ লাহে লাহে পোহৰটো ক্ষীণ হৈ আহে পোহৰটো কঁপি উঠে। ভয়ো তাৰ গাত লেতু সেতু হৈ ঢলি পৰে। দুয়োৰো মাজৰ কথা বিলাক থোকা থুকি হয়। মধুৰ ওঠৰ স্নেহৰ পৰশ লাগি উভয়ৰ শৰীৰত কঁপনি উঠে। আৰু তাৰ স্বৰ বিলাক খিৰিকিৰ আৰতে লুকাই থকা দুলালৰ কাণত বাজে। ৰভাঘৰত হালি জালি থকা স্থলপদ্ম জোপাৰ ডালটোৰ পাতবোৰ তাৰ গাত লাগে।

তাৰ বহুতো কথা মনত পৰে। স্থলপদ্ম জোপাৰ ফুলটোকে লৈয়ে। স্থলপদ্ম জোপা তাৰ বিষবৃক্ষৰ নিচনা লাগে। প্রতিহিংসাত তাৰ চকুৱেদি জুই আঙুনি বাহিৰ হয় হাতত তাইলৈ বুলি লৈ অহা গোলাপৰ কলিটো সি হাতেৰে চিন্ন ভিন্ন কৰি মোহাৰি পেলাই। জানাকৰ পোহৰত হালি জালি ফুলি থকা তগৰ জোপা তাৰ চকুত পৰে। তগৰ জোপাৰ মৃদু গোন্ধে তাৰ বুকুৰ তেজবোৰ আৰু গৰম কৰে।

দুলালৰ অন্তৰত কোনেও নেদেখাকৈ দপ্ দপ্ কৰে একুৰা জুই জ্বলি উঠে। উন্মাদ স্বৰৰ কঁপনি বিলাকে

তাৰ হিয়াত জুইকুৰা দুগুনে বঢাই দিযে। দূৰৈৰ হাবি ভোখৰৰ সখিয়তী চৰাইটোৱে চিয়ঁৰি উঠে—সখি ঔ, সখি ঔ সখি ঔ। চিয়ঁৰত কঁপনিৰ লগে লগে তাৰ হিয়াখন ভাগি যায়।

হঠাৎ এচাটি বতাহ সিহঁতৰ কাষে দিয়েই জুগা থিৰিকি থনৰ মাজেদি পাৰহৈ যায়। দুষ্ট বতাহ চাতিয়ে কঁপি উঠ পোহৰটোৰ অস্তিত্ব নাইকিয়া কৰে। ক্ষন্তেক পৰৰ কাৰণে দুয়ো আন্ধাৰত লীন যায।

দুলালৰ আৰু বহুতো কথা মনত পৰে। দুলালে বুকুত দপ দপ কৰি জ্বলি উঠা জুইকুৰালৈ আগবাঢ় নঙলা ডালৰ ফালে। পুতলীক দুলালে উপহাৰ দিয়া মইনা চৰাইটোৱে বাৰন্দাত চিয়ঁৰি উঠে —

মইনা, মইনা, ম—ই—না।

দুলালে ঘূৰি চাই। আন্ধাৰত একো নেদেখে। সি চকুৰ পানীৰে বাট নেদেখা হয। সি নঙলাডাল পাৰহৈ আগবাঢি যায আকৌ মইনা চৰাইটোৱে চিয ৰি উঠে।

মইনা মই—না, ম—ই—না

সেই চৰাইটোকে দুলালে তাৰ জন্ম তিথিৰ দিনা এদিন পুতলীক উপহাৰ দিছিল। মইনা চৰাইটোৱে দুলালৰ ঘৰত মাত লৈছিল—দুলালক মাক বাপেকে সকতে মৰমতে মতা মইনা নামতোকে লৈ সেই নামেই সি সদায় শুনি শুনি আজিও দুলালক দেখিলে মইনা, মইনা বুলি চিয়ঁৰি উঠে। সেই মইনাই আজিও চিয়ঁৰিছিল তাৰ অভাৱ সময়টোলৈ।

এই দৰেই হেমন্ত আহে আৰু যায়। স্নেহৰ পৰশ উভয়ে উভয়ক বিলায়। দিন আহে দিন যায়। সিহঁতৰ মৰমৰ টানটো তুলালৰ অজ্ঞাতেই গাঢ় হৈ উঠে। হেমন্তই তাইক নানান ৰকমৰ সাজ পোচাকৰ মাজেদি সুন্দৰী কৰি তোলে। স্নেহৰ পৰশ লাগি পুৰামাত্ৰেই স্বভাৱ চঞ্চলা পুতলীৰ যৌৱন বাগৰে। শৰীৰত যৌৱনৰ নতুন নতুন ঢল আহি তাইক ধুনীয়া কৰি তোলে। তাইক নিজে নিজে ন-ন ধুনীয়া বস্তু উপহাৰ দিয়ে। তাই সেইবোৰ পাই আপোন পাহৰা হয়।

কেইদিন মানৰ পাচৰ কথা। দিনবোৰ আৰু বাগৰে। বিহুৰ ওচৰ চাপি আহে হেমন্তই এডাল ধুনীয়া নেকলেচ আৰু এটা আঙ্গঠী উপহাৰ দিয়ে। আগৰ কইদাল তাই থৈ দিয়ে। পূৰ্ব্বতি নিশা আৰবাহিতা গাভৰুহঁতে স্বপ্ন দেখাৰ দৰে তায়ো দিনে দিনে ৰঙীন সপোন দেখিবলৈ ধৰিলে। এই দৰেই দিন আহে আৰু যায়।

—:০—

## তেৰ

আজি চ'ত আৰু বহাগৰ মহা বিষুৱ সংক্ৰান্তি। চহকী দুখীয়া সকলোৱে ঘৰে ঘৰে বাতিপুৱাই মাহ হালধিৰে গৰুক গা ধুৱাই—লাও, তিয়হ, বেঙেনা, কেৰেলা, হালধিৰ চাকেৰে

ভেকা লৰাই গৰুক সাও—খা বেঙেনা খা কৰি গৰুবোৰ মুকলি পঠাবলৈ খেদি পঠায়। তাৰ পাচত কিৰিলিৰ মাজত ইটিযে সিটিক চাতৰ বেঙেনা, কেবলাবোৰ দলিয়াদলি কৰাৰ পাচত ঘৰলৈ আহি নতুন গামোছাৰে গামুছি ভিতৰ সোমায়।

অসমীয়াৰ হাড়ে মগজুৰে লগা মহা আনন্দৰ বিহুটোত সকরে ডাঙৰক সেৱা জনাই চিৰা, দে পিঠা-পনা খাই উঠি নাহৰ পাতত ব্ৰাহ্মণৰ হতুৰাই যুগ যুগ ধৰি লিখি অহা মহ কবচ লিখিবলৈ দিয়ে।

"দেব দেব মহাদেব নীলগ্ৰীব জটাধৰ
বাত বৃষ্টি হৰ দেব মহাদেব নমস্তুতে।'
"চণ্ডী চক্ৰী তথা বজ্ৰী—যাগিনী শূলধাৰিণী।
এতে পঞ্চে মহাদেব্যা বজ্ৰপাত নিবাৰিণী॥'

লিখ শেষ হলে সেই পাতবোৰ প্ৰত্যেক ঘৰৰে চালে চালে এখিলা এখিলা কৰি সুমুৱাই থয়। লৰাবোৰে ওৰে দিনটো তাচ পাশা খলি আবেলি মাখিয়তী পাতেৰে গৰুবোৰ ঘৰলৈ বুলি খেদাই আনে।

গধূলী হোৱাৰ আগতে, পচুলা মুখত মাজচোতাল আৰু গোহালীৰ আগত তুহ আৰু মাখিয়তী পাতেৰে জাকদি—

"মাখিয়তি মাখি পাত মাখি মাৰো জাত্ জাত্।
মাৰ সৰু বাপেৰ সৰু তই হবি বৰ বৰ গৰু॥"

বুলি লৰাবিলাকে গৰুবোৰ গোহালীৰ ভিতৰ সুমুৱাই নতুন পঘাৰে বান্ধে।

আৰেলি গাঁৱে গাঁৱে নগৰে চহৰে বিহুৰ প্ৰীতিসন্মিলন পাতি বছৰক আদৰি আনে।

তুলালৰ মিলটো আজি বিহুৰ প্ৰীতি সন্মিলন। শ শ বন্ধুৱাই প্ৰীতি সন্মিলনত যোগ দিয়ে। হেমন্তই যুগ যুগ ধৰি চলি অহা বহাগৰ বঙালি বিহুৰ প্ৰীতি সম্ভাষণ জনাই বঙালি বিহুৰ চমু আভাষ দাঙি ধৰে।

পুতলীয়ে বঙালি বিহুৰ ওলগ জনাই এখনি সুন্দৰ ৰচনা পাঠ কৰে। মহা আনন্দ আৰু কিৰিলিৰ মাজত প্ৰীতি সন্মিলন শেষ হৈ যায়। হেমন্তই পুতলীক এটি পুৰস্কাৰ ঘোষণা কৰে।

মহাহৰ্ষধ্বনি, মহাআনন্দৰ মাজত সকলো ঘৰা ঘৰি যায়।

ডেকালৰা বোৰে জাকে জাকে আলিয়ে পদুলীয়ে গোট খাই বিহু নাম'বাৰ গাই।

বৈৰেনো বে ধেমালি কৰিম ঐ সমনীয়া
বেনো বৈ ধেমালি কৰিম
জীয়াই থাকো মানে ধেমালি কৰিম ঐ
মৰিলে কাহানি কৰিম।
চ'তে গৈয়ে গেয়ে বহাগ ঐ পালেহি
ফুলিলে ভেবেলি ফুল।
বিহুৱে বাতৰি পাই মোৰ লাহৰি
কেতেকী আমোলমোল।

এইদৰেই পূৰ্ণ পয়োভৰে বিহুৰ দিনটি পাৰ হৈ যায়। সন্ধ্যা হলত গাঁৱে গাঁৱে ঘৰে ঘৰে ঢোল পেঁপাৰ মাত উঠে।

ছুলালেও আগবাঢ়ি যায় বুকুত উমাই উমাই জল জুইকুৰালৈ লুইতপৰীয়া গাওঁৰ ফাললৈ। ছুলাল সোমাই যায় পুতলীৰ ঘৰৰ ফালে। পুতলী ওলাই আহে।

"অ' বহক।" এটি ক্ষীণ হাঁহি মাৰি বহিবলৈ দিয়ে ছুলালক তাৰ চিনাকি চকীখনত।

সি ক্ষন্তেকৰ কাৰণে ৰূপত মোহ যায়।

"অথনি ধুনীয়া ৰচনা লিখিলা পুতলী।" সি সোধাৰ লগে লগে পুতলীয়ে লাজুকী হাঁহি এটি মাৰি তললৈ মুৰ কৰে।

সি পুতলীৰ বেছ ৰূপ চাই। ধুনীয়া ব্লাউজ, গাত পাতল বগা চাদৰ সেয়ে চিত কাপোৰ কাতি ৰঙা পাৰি এটি দি লৈছে। ধুনীয়া দেখি। তলত এখন পাতৰ মেখেলা। গাত সন্তীয়া উগ্ৰ চেণ্ট। কপালত এটি সৰু ৰঙা ফোট।

কিন্তু হাতত আগৰ আঙঠীটো নাই। তাৰ ঠাইত এটি নতুন বজাৰৰ সোণপানী চৰোৱা আঙঠী। বগা ডিঙিটোত আগৰ দৰে উজ্বল জিৰবিৰাই থকা হিৰা খটোৱা নেকলেচ দাল ওলমি থকা নাই আছে তাৰ ঠাইত এডাল বজাৰৰ জকমকোৱা সস্তীয়া নেকলেচ।

পুতলীয়ে বহক বুলিয়েই চাহ কৰিবলৈ সোমাই যায়। তাইৰ বিজু বোলা ভায়েকটো ওলাই আহি তাৰ ওচৰ চাপে।

"বিজু বিহু কিহেৰে খালা।" মৰমৰ মৌসনা মাতেৰে তাক তাৰ কোলাৰ মাজলৈ চপাই আনি সোধে।

"বিহুত বহুত খালো চিৰা, পিঠা, দৈ আৰু হেমন্ত দাদাই আনি দিয়া মিঠাই আৰু বহুত কিঁৰা-কিৰি বুলি সি দুলালৰ হাতৰ আঙঠিটো মোহাৰি মোহাৰি কয়।

সি বিজুৰ চোলাৰ কলাৰ পাত ওপৰলৈ তুলি দি কয় তামাৰ চোলাটো বৰ ধুনীয়াহে বিজু। মোক দিবানে?"

"দিলে হেমন্ত দাদাই বেয়া পাব। তেখেতে মোক আকৌ এইটো বিহুৰ বাবেহে দিছে। সি মৌ সনা মাতেৰে তাৰ ফালে চাই তাৰ চকুত চকুটো ৰাখি উত্তৰ দিয়ে। আকৌ সি কৈ যায় হেমন্ত দাদাই আমাক বহুত দিছে, বাইদেউক ব্লাউজ, শাৰী চেইন আৰু বহুত দিছে। মাকো দিছে, শাৰী দিছে, মেখেলা দিছে আমাক বহুতে দিছে। হৰিস দাদাই দিছে, নেওগ দাদাই দিছে, নেওগ দাদাই যে সিদিনাখন বাইদেউক পাউদাৰ এটা, স্ন' এটাও দিছে।

দুলালৰ উমাই উমাই জ্বলি উঠা জুইকুৰা তাৰ বুকুত দপ দপ কৰে জ্বলি উঠে। "বহুতে দিছে" তাৰ বুকুৰ তেজবোৰ দুগুণে গৰম হৈ যায়। যি পৰ্য্যন্ত তাৰ প্ৰতিদ্বন্দী আছিল এক হেমন্ত, সেই পৰ্য্যন্ত তাৰ হেমন্তৰ প্ৰতি আছিল ঈৰ্ষা আৰু পুতলীৰ প্ৰতি অবিশ্বাস। কিন্তু 'বহুতে দিছে' এই বক্তব্যই তাৰ মনত হেমন্তৰ প্ৰতি আনিদিলে, সঁচাকৈ পুতলীও তাৰ দৰে প্ৰতাড়িত হৈছেনে? তাৰ পুতলীৰ প্ৰতি হল ঘৃণা—তাই তাইৰ কোমলতাবোৰলৈ বেয়া চাবলৈ বাধে।

সি চুৰট এটা জ্বলাই লয়। তাৰ দুহোপাতে চুৰটটো শেষ কৰি দিয়ে।' কোঠাটো চুৰটৰ ধোঁৱাই ধূৱলী কুৱলী হয়। শেষ হৈ যোৱা টুকুৰাটো পেলাই দিয়াৰ আগতে আকৌ এটা জ্বলাই লয়।

'বিজু' ভিতৰৰ পৰা এটা কঠোৰ শব্দ ভাহি আহে বিজু ভিতৰ সোমাই যায়। বায়েকে তাক কিবাএটাকৈ এটা থাপৰ মাৰি দিলে।

সি উচুপি দিয়ে। সি উচুপি উচুপি কান্দে। 'উচুপনিটো তাৰ ক্ৰমাৎ বেচি হৈ যায়। দুলালৰ অন্তৰখন পুৰিবলৈ ধৰে 'বহুতে দিছে' এই কথাটোকে লৈ।

বাহিৰত মইনা চৰাইটোৱে চিয়ঁৰি উঠে।

মইনা— মইনা— ম—ই—না।

পিতলৰ গ্লাচটোত চাহলৈ পুতলী ওলাই আহে। পুতলীয়ে চাহ দিয়ে।

'ধোঁৱা' ধোঁৱা বুলি সি লাহেকৈ অন্যমনস্ক ভাবে সোধে। "মইনা চৰাইটোৱে সদায় চিয়ঁৰিয়েই থাকে নহয়।' দুলালে তাইৰ কালে চাই কয়।

"এৰা জানো সদায় দেখোন সেইভালে চিয়ঁৰিয়েই থাকে। কিবা শুনিবৰো মন নেযায়।" তাই যেন বিৰক্তিৰ সুৰতে উত্তৰ দিলে।

"চাওঁ এই কালে লৈ আহাচোন"

তাই সজাটোৰে সৈতে দাঙি আনে তাৰ কালে।

মেজৰ ওপৰত থকা চাহৰ পিলাচটো মাতিত নমাই থ সি সজাটো তাৰ আগত থয়। সি সজাটোৰ পৰা চৰাইটো উলিয়াই হাতত লয়।

মইনা চৰাইটোৱে সতৃষ্ণ নয়নে ঠোঁতটো বেকা কৰি তাৰ ফালে চাই। সি জেপত লৈ অহা বিস্কুট আৰু পিঠাৰ টুকুৰাকেইতা তাৰ ঠোঁতৰ আগত দাঙি ধৰে।

মইনা চৰাইটোৱে তাৰ ফালে চাই চত্ত্ফতাৰলৈ ধৰে। বিস্কুটৰ প্ৰতি যেন তাৰ আগ্ৰহ নাই।

মইনা মই-না ম ই না,

মইনা চৰাইটোৰ সমেকি উঠা ৰঙ্গচুৱা চকু ছুটিয়ে কিবা এটি বিৰহৰ সূচনা যাগাই তাৰ ফালে সতৃষ্ণ নয়নে আকৌ একেঠৰে চায়।

তুলালে মৰমতে ম-ইনা বুলি মাতি সি চৰাইটোৰ গাত হাত বুলাই লৈ অহা বিস্কুটৰ টুকুৰা কেইটা তাৰ ঠোঁতত লগাই দিয়ে

বিস্কুটৰ টুকুৰাটো সি ঠোঁতটোৰে এচাৰি পেলাই আকৌ চিয়ঁৰি উঠে

মইনা ম—ই—না মইনা

মইনা চৰাইটোৰ ঠোঁতটো হাতত লগাই এচাৰি দিয়ে আকৌ সি জাপ মাৰি বাউলিত উঠে। কিছু পৰৰ পাছত চৰাইটোৱে আকৌ তাৰ কাণৰ ওচৰত চিয়ঁৰি উঠে।
মইনা—মইনা

মইনাৰ মাত শুনি দুলালৰ চকুপানী নিজৰি বই আছে আৰু তাৰ শৈশৱৰ বাগৰি যোৱা দিনবোৰ সোঁৱৰাই দিয়ে।

তাৰ পাচত সি বাউসিৰ পৰা চৰাইটো নমাই আনি সজাটোত সুমুৱাই দিয়ে। সুমুৱাই দিয়ে মইনাটোলৈ চাই কয় "মইনা সোমাই থাক, বহুত ৰাতি হল যাও'।

মইনা চৰাইটোৱে হয়টো কথা কব পৰা হলে তাক যাবলৈ নিদিলে হেঁতেন বা একে লগতে লৈ যাবলৈ কালিহেঁতেন।

পুতলীয়ে মইনা চৰাইটো আগৰ ঠাইত আঁৰি দিয়ে। মইনা চৰাটোৱে আকৌ করুণ সুৰে চিঁঞৰি উঠে।

মইনা মইনা ম--ই—না

তাই চৰাইটো আগৰ ঠাইত আঁৰি আকৌ ঘূৰি আছে। তাই দুষ্টামীৰ হাঁহি এটি মাৰি চাহৰ গিলাছটো তুলি লৈ কয় "চাহ নেখালেই ঠাণ্ডাই হল।"

তাৰ তেতিয়া হিয়াত ভেজাবাৰ বক্ বক্ কৰে উতলে। বুকুৰ দম দম কৰে জ্বলি অহা জুইকুৰা দুগুনে জ্বলি উঠে। তাইৰ হাঁহিটো কেটী সাপৰ ফনাৰ নিচিনা দেখে।

সি হাতৰ বিস্কুটৰ সৰু সৰু টুকুৰাবোৰ পেলাই দি চুৰত এটা জ্বলাই লয়।

সি একেহোপাই চুৰতটো আধালৈকে শেষ কৰি দিলে। তাৰ পাচত সি থাকো ডোখৰ দলি মাৰি দি কয় "এবা ঠাণ্ডাই হল আৰু নেখাও বহুত ৰাতি হল যাওঁ" সি বাউ

বুলি উঠে। দেখে যে পুতলীৰ আগৰ হিয়া ভৰা মৰম, প্ৰাণভৰি ভালপোৱা প্ৰেমৰ তানবোৰ তাৰ পৰা আঁতৰি গৈছে। সৰ্ব্বসাধাৰণতে এজনক ভাল পাই থাকিলে আন জনৰ প্ৰতি মৰমৰ তানটো আঁতৰি যোৱাটো স্বাভাৱিক। তাৰ প্ৰতি ভাইয়ো হৈছিল সেয়ে।

সি যাও বুলি খোজবোৰ আগলৈ চলাব খোজোতেই পুতলীয়ে পাচ ফালৰ পৰা মাত দিয়ে। 'অলপ ৰব'। সি ৰোৱাৰ অলপ লগে লগেই পুতলীয়ে ভিতৰৰ পৰা আনি কিবা কাগজৰ টোপোলাটো তাৰ হাতত দিয়ে। "কিবা এটা দিছো আপুনি লৈ যাওঁক।"

সি এখোজ দোখোজ কৰি আগ বাঢ়ে। নঙলা দাল পাৰ হয়। আন কালো সি কিবা কিবি লোৱাৰ দৰে কাগজৰ টোপোলাটো জেপত ভৰাই থলে। চয়টো সি বাটত চাবলৈ। মনতে সি ভাবিলে চিঠি পত্ৰ বা কিবা।

সি কেকুৰীটো পাৰ হল। তাৰ পাচত টৰ্চটো দি কাগজৰ টোপোলাটো খুলি দেখে যে সি দিয়া হীৰা খটোৱা নেকলেছ দাল। আৰু সি দিয়া আঙঠিটো। আন্ধাৰৰ মাজতে নেকলেচ দাল জিলিকি উঠে।

তাৰ হঠাৎ খোজবোৰ বন্ধ হৈ গ'ল। এবাৰ সি পিছলৈ ঘূৰি চালে আন্ধাৰত একো নেদেখিলে।

সি কন্তেক কিবা কিবি বহুত ভাবিলে। ভাল নোপোৱাটোও সি সহ্য কৰিব পাৰিলে কিন্তু প্ৰথম দানটোৰ চাই প্ৰতিশোধ লোৱাটো সি সহ্য কৰিব নোৱাৰিলে।

সি দুই নাও দুই ভৰি হ'ল। তাইৰ আগতে যদি খুলি চালে হেঁতেন হয়টো তাইৰ আগতেই দলিমাৰি পেলাই দিলেহেতেন বা কোনোবা ভিক্ষাৰীক দি দিবা বুলি ক'লেহেঁতেন। কিন্তু, এতিয়া ঘূৰি গ'লে হয়টো তাই নেমাতিব পাৰে। নতু বহুত ডাঙৰ কাণ্ড হৈ যাব পাৰে। সি বহুত ভাবিলে। ভাবি ভাবি তাৰ মূৰটো ঘূৰাবলৈ ধৰিলে। যেন তাৰ হিয়াখন ভাগি চূৰমাৰ হৈ গ'ল। যেন কিবা এটা বুকুৰ মাজৰ পৰা নাইকিয়া হল। সি বৈ থকাৰ পৰা খোজবোৰ আগলৈ চলালে। যাওঁতে সি অনুভৱ কৰিলে যেনেকৈ মহা প্ৰলয়কাৰী ভূমিকম্পই পৃথিৱীখন কপোৱাৰ দৰে তাৰো যেন প্ৰতিখোজত পৃথিৱীখন ভৰিৰ পৰা আঁতৰ কৰি কেনিবা লৈ গৈছে।

সি হাতত টৰ্চ্চ থকা সত্বেও ক্ষন্তেকতে জগতখন আন্ধাৰ আন্ধাৰ যেন দেখিলে।

নিজান বাহতলীয়া আলিটোত মাত্ৰ যাওতে শুনে সখীয়তি চৰাইটোৰ মাতটো সখী ঔ, সখী ঔ, সি বাতত যাওঁতে ভাবে মাইকী মানুহবোৰ মুখত যিমান মিঠা ভিতৰি সিইঁত সিমান নিৰ্দ্দয় আৰু অবিশ্বাসী।

—:o:—

[ চৌদ্ধ ]

দিনবোৰ কালৈকো বৈ নেথাকে। দিন বাগৰে, পৰেক্ বাগৰে, মাহ বাগৰে ঋতু বাগৰে। তাৰ মিলটো আগৰ দৰে ছচ ছচ্ শব্দ কৰি চলি থাকে।

হেমন্তই এতিয়াও কাম কৰে মিলটোত। হেমন্তক সি খেদাব নোৱাৰে। কাৰণ সিহঁতৰ ইউনিয়ণ আছে। কেতিয়াবা তাৰ ইচ্ছা হয় তাক প্ৰতিশোধ ল'ব। কেতিয়াবা তাৰ ইচ্ছা হয় চালে বলে কৌশলে কিবা এটা নহয় কিবা এটা কৰিব। কিন্তু সি সেই বুদ্ধি বেয়া কামবোৰলৈ আগবাঢ়িব নোৱাৰে। বা কাকো উপদেশো দিব নোৱাৰে।

কিন্তু হমন্তই স্কুলত চাকৰি এৰাৰ পাচত দিনত মিলত কাম কৰে আৰু ৰাতি পুতলীক পঢ়ুৱাই। এয়ে তাৰ কাম।

ভুলালে কেবাদিনো পুতলীক আৰু হেমন্তক লগ পাইছে একেলগে বেলকনীত চিনেমা চোৱা। অকল সিয়ে নহয় কেবাজনো বেলেগ বেলেগ ডেকা লৰাৰ লগত সি পুতলীক প্ৰায়ে নগৰৰ আলিয়ে পদূলিয়ে আৰু যেনি তেনি লগ পায় কিন্তু তাই নেদেখাৰ ভাও ধৰে। কিন্তু ভুলালৰ চকুত ধৰা পৰে। এই দৰে ভুলালৰ চকুত দিন দিন ধূলি দি তাই ধ্বংসৰ বাটলৈ আগবাঢ়ি যায়। তাই এদিনৰ কণ্ডেক চিনাকি যুবকৰ বাহুৰ আবেষ্টনীত সোমাই তাই নিজে চিৰদিনৰ কাৰণে তয় পৰি বোৱাৰ লগে লগেই সিহঁতকো আন্ধাৰ গাঁতলৈ টানি নিলে।

দুলালে তাৰ অফিচত কাগজবোৰ এখন এখন কৰি চহী কৰে। আজি কেবাদিনো "অভিভাৱে" ছিচাপবোৰ পৰীক্ষা কৰি চাইছে। বছেৰেকীয়া লাভ-লোকচান খৰচ ভগন।

কটীয়া মানুহ এজনে বহীবোৰ আনি দুলালৰ আগত হাজিৰ কৰে। সি বহীবোৰ থৈয়ে দুলালৰ কালে চাই কয়, "এৰা ছাৰ, গুদাম বাবু নাহিলে সম্পূৰ্ণ তালিকা মই উলিয়াব নোৱাৰিম। তেখেতে ক'ত কি কৰি থৈ গৈছে তেখেতেহে জানে।' 'কিয় হেমন্ত অহা নাই ?" গম্ভীৰ আৰু প্ৰশ্নৰ সুৰত কৰ্ম্মচাৰীজনৰ কালে চাই দুলালে কয়।

'নাই অহা ছাৰ।'

"কিমান দিন অহা নাই ?"

'ছাৰ অভিভাৱে অভিভ' কৰিবৰ দিন ধৰি অহা নাই।

কৰ্ম্মচাৰীজনে ভয়ে ভয়ে উত্তৰ দিয়ে।

'কিবা অকিচত বেমাৰ আজাৰৰ খবৰ দিছিলনে কি ?"

'মই নাজানো চাৰ' বুলিয়েই কৰ্ম্মচাৰীজনে ওচৰতে ঠিয় হৈ বহিবোৰৰ কিবা এটা লুটিয়াবলৈ ধৰোতেই দুলালে চাপ্ৰাচিটোক আদেশৰ সুৰত মাতে।

চাপ্ৰাচিটো হাজিৰ হোৱাৰ লগে লগেই সি আদেশ দিয়ে, "যাও মেনেজাৰ চাহাবকো বলাও"। মেনেজাৰে আহি পোৱাতে সি মেনেজাৰৰ কালে চাই কয়। "মেনেজাৰ এই হেমন্তই কিবা দৰ্খাস্ত আদি কৰিছিলনে কি ? গুদাম বাবু বোলে কেবাদিনো অহা নাই। বেমাৰনে কি ?"

"নাই কৰা ছাৰ, যেমাৰ বোধ হয় নহয়। কালিতো মই চিনেমা হলৰ সন্মুখত কাৰোবাৰ লগত দেখো যেন কৰিছিলো।" "অ, বাক আজি এখন চিঠি দিয়ক। আমাৰ অভিত্তৰক ছিচাপ-পত্ৰ চমজাই দিয়ক ছি। সি কাম কৰে নকৰে দৰকাৰ নাই"। সি ছুমাই থোৱা চুৰতটো ছোপা এটা মাৰি কয়। অদিত্তৰে মুখ তুলি কলে—"সেই বগাকৰি চচমা পিন্ধা মানুহ জনেই নহয় জানো?"

ছুলালে খঙতে 'হয় সেই বাছকেলটোৱেই' বুলি প্ৰত্যুত্তৰ দিলে।

দিনবোৰ আৰু বাগৰে। হেমন্ত আৰু কামলৈ নাহিল। ছিচাপ পৰীক্ষকে হিচাপ কাৰি উলিয়ালে সৰ্ব্বমুঠ বিয়ালিচ হাজাৰ টকাৰ বস্তু আত্মস্যাৎ।

অভিত্তৰ বিপৰ্ট ছুলালে পুলিচৰ হাতত সোধাই দিলে। ইতিমধ্যেই লগে লগে পুলিচে হেমন্তৰ ওপৰত 'নন বেইলেবোল ওৱাৰেণ্ট' জাৰি কৰিলে। হেমন্ত পলাল।

--•--

[ পোন্ধৰ ]

ক্ৰমান্বয়ে অসুখ ভাললৈ আহিছে যদিও ছুলাল আজি কেইবাদিনো মিললৈ যোৱা নাই। ছুপৰীয়া ভাত খাই উঠি বাহিৰৰ আৰামী চকী খনতে সি জিৰাই ছি, বিউন খন মেলি লয়।

হৰিয়ে লগে লগে চাহ দ গলছি। হৰিয়ে চাহ দিয়েই ৰেবৰ ডাঙৰ জৱহৰলালৰ ফটোখনত লাগি থকা মকৰা জালবোৰ গুচায়। ইতিমধ্যেই দেখে যে কেবাজনো মানুহ গেটখন খুলি সোমাই আহিছে।

'সকদেউতা মানুহ আহিছে' কাম কৰি থকাৰ পৰা হৰিয়ে দুলালৰ ফালে চাই কয়।

দুলালে ঘূৰি চায় লুইত পৰীয়া বাইজ।

'অ আহক গাওঁবুঢ়া, আহক, বহকহি'। সি বেঞ্চখন আঙুলিয়াই দেখুৱাত লগে লগে এজন দুজন কৰি আটাই কেউজন আহি বহেহি।

'গাওঁবুঢ়া ভালনে?' সি হাঁহি এটি মাৰি গাওঁবুঢ়াৰ ফালে চাই সোধে।

'আছো দেউতা আৰু নমৰি জিয়াই।'

'পাছে বাইজ আহিলনো কি মন কৰি।' দুলালে সোধাৰ লগে লগেই আটাই কেউজনে সেমেনা সেমেনি কৰি ইটোৱে সিটোৰ মুখলৈ চাই মুচুকা মুচুকি কৰি হাঁহে।

"এৰা আহিলো দেউতাৰ ওচৰলৈ কিবা এটা গোচৰলৈ।" গাওঁবুঢ়াই দুলালৰ ফালে চাই কৈ তললৈ মূৰ কৰে।

"বিচাৰলৈ? আমাক আকৌ কৰবাত কাটেক চাটেকত দিবানেকিহে।" সি হাঁ হাঁ কৰি হাঁহি গাওঁবুঢ়াৰ ফালে চাই এনেয়ে ধেমালিৰ সুৰত কয়।

'এ দেউতা তেনেকৈনো কিয় কয়। আমি অপৰাধী জীৱ। আপুনিনো তেনেকৈ কয়নে? দেউতাৰে থাই বই

আছো আৰু দেউতাৰে খাই লৈ মৰিব লাগিব।

'হৰি চাও এইপিনে আহ' দুলালে হৰিক মাতে। এখেত সকলক তামোল পান অলপ উলিয়াই আনিদেহি তেখেত সকলেই কাতি- মলি থক" বুলি দুলালে মাজতে হৰিক আদেশ দিয়ে।

'পাছে আছিল কিয় গাওঁবুঢা ?' হৰিক আদেশ দিয়েই দুলালে গাওঁবুঢাৰ ফালে চাই কলে।

"আহিলো কিয দেউতা—, কথাটো ভাঙবেই। কথাটো কবলৈকে অলপ দেউতাৰ আগত লাজহে লাগিছে।"

"কওক কওক, একো নাই" দুলালে গাওঁবুঢাৰ ফালে চাই কয়। "দেউতাই কৰি দিয়া নাম ঘৰটোৰ মুখৰ বাড়ী-দুখুনা জনীৰ যে জীয়েক আছিল।" দুলালে মাজতে অ' অ' কৰে।

'তেখেতৰ জীয়েক জনীৰ লগত গাৰঁত গণ্ডগোল হৈ ছ' বুলি কৈ গাওঁবুঢাই তললৈ মুৰ কৰে।

"তাতৰ গণ্ডগোল উঠিছে, কেতিয়া কি গণ্ডগোল ;" সি আচৰিত হোৱাদি হৈ গাওঁবুঢাৰ মুখলৈ চাই সোধে।

"এৰা চোৰ ধৰা পৰিছে" গাওঁবুঢ়াই দুলালৰ মুখলৈ চাই কলে। 'চোৰ ধৰা পৰিছে ?' দুলাল আৰু আচৰিত হৈ যায়। "কি ? কথাটো কি ?"

"দেউতা আৰু কথাটো কি কব। এই তাৰৰ উদ্দেশ দিন যাওতে শনিবাৰৰ দিনা ৰাতি ঘটনাটো।"

"অ পিছে" সি মাজতে সলাগ লয়।" "আমি পাৰত বাতি পহৰা দিছিলো। এনেতে দেখোন এজন মানুহ পুতলী ইতৰ ঘৰৰ কালে সোমাই যোৱা দেখিলো। বাতি দেউতা তেতিয়া প্ৰায় দুটা মান বাজিছে। আমি পহৰা দিয়া মানুহ-বিলাক আগবাঢ়ি গলো দেখোঁ। পুতলীয়ে দুৱাৰ খুলি দিলে আৰু দেউতা তাৰ পিচত আৰু কি কম।"

ইতি মধ্যেই দুলালৰ দাঁথল হমুনীয়াহ এটা অজ্ঞাতেই বাহিৰ হৈ যায়। সি হাতত পঢ়িথকা খবৰ কাগজ খন মেজত থৈ ওপৰত 'পেপাৰ প্ৰচাৰ'টোৰে ধকা মাৰি দি সোধে— 'অ' তাৰ পাচত?"

"তাৰ পাচত দেউতা অলপ সময় আমি বেহ-ৰূপ চালো আমি পাগলা ঘণ্টা মাৰিলো গাৱঁৰ প্ৰায়বোৰ গোট খালে। চোৰ ধৰা পৰিল লগতে এখন লিখা দিলে। পাচ দিনা মেল বহিল। মেলত চোৰ নগল। বাতিলৈ আমাৰ গাৱঁতে তেখি আছিল তিথিত বাইজে ধৰি পাঁচ টকা জৰিমনা কৰিলোঁ।"

ইতিমধ্যেই তাৰে এজনে কয়, "দেউতা এদিনেই নহয় আজি বহুত দিনেই। সিইতৰ ভিতৰতে আন এজনে মাত লগাই কলে", 'এনে গৰু মাৰিলে বাঘৰ মৃত্যু।"

"ও বাৰু এতিয়া মই কি কৰিব লাগে", গহিনাই দুলালে গাওবুঢ়াৰ ফালে চাই কলে।

"এতিয়া দেউতাই এটা কথা কৰিব লাগে। শুনিছো সি এতিয়া আপোনাৰ ফিলতে কাম কৰে। মুই দেখিছে

আপোনাৰ পৰা কিবা এটা দিহা পৰামৰ্শ ল'ম বুলি আছিলো আৰু লগে লগে উধাৰণি দি বাইজক শুদ্ধ কৰিব লাগে। নহলে দেউতা দহ বাইজে আমাক হোহোঁকাই খ'ব। তাকে চাই দেউতাই কি কৰিবলৈ কয়।" গাওঁবুঢ়াই কথাবোৰ জুকিয়াই জুকিয়াই তুলালৰ কালে চাই কয়।

"এটা কথা গাওঁবুঢ়া আপোনালোকে যদি বাৰু হেমন্তৰ কথা কৈছে সি মোৰ মিলত প্ৰায় বিয়াল্লিশ হাজাৰ টকা আত্মসাত কৰি পলাই ফুৰিছে। এতিয়া পুলিচে তাৰ ওপৰত 'নন বেইলেবোল ওৱাৰেণ্ট' জাৰি কৰি তাক ধৰিবলৈ বিচাৰি ফুৰিছে। গতিকে আপোনালোকে মোৰ পৰা কোনো সহায় যুগুতি এই বিষয়ত নাপাব। সেই দেখি আপোনালোকে নিজে নিজেই সুবিধা কৰি লওকগৈ।"

কেইদিনমানৰ পাচৰ কথা। সিইঁত হেনো নিজে নিজেই কিবা এটা মিমাংসাত উপনীত হ'ল।

—::—

[ ষোল ]

হেমন্ত এবেলি হোৱাৰ কেইদিন মানৰ পাচৰ কথা। তুলালে কিবা কাৰণত লুইত পৰীয়া বাইজৰ ওচৰলৈ যাব লগা হল। ঘূৰি যাওঁতে পুতলীৰ মাকে লগপালে তুলালক। তুলালক পহলীবাটতে লগ পাই মাকে বহুত দুখ বেজাৰ কৰি ঘৰলৈ মাতি নিলে।

দুলাল বহিল। মাকে তামোল এখন আনি দিলে। হেমন্তৰ কথাতে মাকে বহুত কান্দিলেও।

দুলালে ইফালে সিফালে ঘূৰি চায়। সি তাহানি বিছুৰ দিনা উপহাৰ দিয়া দামী ভেনিটি বেগটো কাতি চিঙি নেওৰা পতাত পেলাই থোৱা দেখিলে। তাৰ মুমাই যোৱা জুই কুৰা আকৌ বুকুত দপ দপ্ কৰে জ্বলি উঠিল।

মাকে বহুত পৰ কান্দি কাতি কিবা কিবি কৈ তাক ক্ষমা খুজিলে। আৰু পুতলীকো তাৰ আগৃত গালি শপনি পাৰি তাইৰ হতুৱাই দাদাকক ক্ষমা খোজালে। বাতি তেতিয়া ন বাজো বাজো।

ইতিমধ্যেই পুতলীৰ মাকে ভাত বান্ধিবৰ কাৰণে ভিতৰ সোমাল।

সি অলপ সময় তাইক নিৰীক্ষণ কৰিলে। সি পুতলী বুলি এবাৰ মাতিলে। পুতলী ওচৰ চাপি আহিল।

মুখত কৃত্ৰিম হাঁহিটোৰে তাই মাত দিলে "কি কৈছে দাদা" ইতি মধ্যেই মইনা চৰাইটোৰ শুদা বাহটো তাৰ চকুত পৰে।

"হেৰা মইনা চৰাইটোৰ দেখোন মাত শুনা নাই।" দুলালৰ অন্তৰ যেন কথাকণ্ঠতে শুদা শুদা লাগিল। তাই মইনা চৰাইটোৰ কথা কণ্ঠতেই তললৈ মূৰ কৰিলে। বহুতপৰ তললৈ মূৰ কৰাৰ পাচত উত্তৰ দিলে 'নাই'। "নাই! নাই কি হল?" সি আচৰিত হৈ যায়। 'কাৰবাক দিলা নেকি'? "মৰিল" তাই লাহেকৈ উত্তৰ দিয়ে।

"মৰিল। কেনেকৈ মৰিল? কেতিয়া উশাহেই প্ৰশ্নৰ সুৰতে সোধে। তাৰ মুখৰ্খ যেন কোনোবাই ব্ৰজাঘাত কৰিলে ওচৰতে থকা বিজুৱে উত্তৰ দিলে "হেমন্ত দাদাই সিদিনাখন গাখীৰ খুৱাই দিলতে মৰি থাকিল" সি কেয়ে ভিতৰ সোমাই যাই। তাই নখৰ আগটো মোহাৰি তললৈ মুখ কৰি শিলৰ মূৰ্তিৰ দৰে ঠিয় হৈ থাকে।

বহুত পৰ সি কিবা এটা ভাবিলে। তাৰ পাচত প্ৰকাশ্যে সি কলে। 'মাৰি পেলালে। মাৰি পেলালে নৰাধমে। মোক মাৰিবলৈ নেপাই তেন্তে সি মোৰ মৰমৰ মইনাটো মাৰি পেলালে। বিহ দিলে বিহ দিলে নৰাধমে। বিহ দি মাৰিলে। গাখীৰৰ লগত বিহ দি মাৰিলে। অজান বনৰ পক্ষী এটা মাৰি পেলালে নৰ পশুৱে"। সি কৈয়ে বহুত পৰ মেজ খনতে মুখটো তললৈ কৰি কিবা এটা ভাবিলে। লগে লগে উচপাৰ নিচিনা এটা শব্দ ভাহি আহি পুতলীৰ কানত বাজি উঠে।

পুতলী'য়ে ওচৰ চাপি তাৰ হাত বুলাই দিয়ে। "দাদা, দাদা" বুলি তাই মাতে। কোমল হাতৰ পৰশ পাই সি মুখ তুলি তাইৰ কালে চাই।

"পুতলী, পুতলী বুলি সি আবেগৰ সুৰত তাইক বুকুত সুমুৱাই লৈ কয়" মোৰ মইনাটো মাৰি পেলালি বনৰ পক্ষী অজান পক্ষীটোক তইতে প্ৰতিশোধ ললি। সি কৈয়ে

জুৱা লৰাৰ দৰে কেকুৰী কেকুৰী উঠে। তাৰ চকুৰ তপত লো ধাৰাবাহিক ৰূপে বাহিৰ হৈ তাইৰ হাতত পৰে।

তাই তাৰ হাতৰ ৰুমাল খনৰে তাৰ চকুলো দুধাৰ মচি দিয়ে।

“দাদা—দা—দা—তাইৰো চকুলো বৈ আছে। ক্ষমা কৰিব দাদা” ঠোকা ঠুকি মাতেৰে তাই দাদাকলৈ চাই কয়। ক্ষমা, ক্ষমা কৰিছো, কিন্তু আজি মইনা নাই, বনৰ পক্ষী মইনা, অজান পক্ষী মইনা। মইনাই মোক নেদেখাকৈ মৰি গ'ল। মইনা গ'ল, অজান দেশলৈ শত জনমৰ সাধনাৰ মইনা সি নেদেখাকৈ গুচি গ'ল। আজি মোক তেনে কোনে মাতিব মইনা বুলি।

মইনা চৰাইটোৱে তেনে মোক মাতিছিল মইনা মইনা বুলি। সি তেনে চিয়ঁৰিছিল। সি কৈ তাইৰ হাত খনত জোৰ কৰি মুঠি মাৰি ধৰে। তাৰ পাচত সি লাহে লাহে এৰি দিয়ে। চকুৰ পানীবোৰ অহৰহ ওলাই আহি তাৰ গালৰ ওপৰেদি বাগৰি পৰে।

‘পুতলী,’ পুতলীক সি মতাৰ লগে লগেই পুতলীয়ে চকুলো দুধাৰী মচি সেহাই উত্তৰ দিয়ে—‘দাদ,’ আকৌ সি পুতলী বুলি মাতে। তাইৰ হৰিণী নয়ন চকু জুৰিয়ে তাৰ চকুলৈ চায়। ‘পুতলী’

পুতলী পুনৰ ওচৰ চাপি আহে

“তুমি তেনে কেমেকুৱা জ্ঞান পাইছিলা ধীৰা, আৱাজোৰ।’

তাই লাজুকী ল'ৰাৰ দৰে কন্তেক পৰৰ কাৰণে ভয় লাগি যায়। তাৰ পাচত মুখটো জোকাৰি জোকাৰি উত্তৰ দিয়ে।

"মিছা কথা, সঁচা নাই পোৱা"

সি আকৌ এবাৰ কলে 'বাক সচা কোৱাচোন।' ভয় নাই, এতিয়া সি নাই।'

'সঁচাকৈছো তাক ভাল নেপাওঁ, মই যদি পৃথিৱীত কাৰোবাক ভাল পাও তেতিয়া মই কেৱল আপোনাকেহে ভাল পাওঁ।" তাই আগত থকা কিতাপ কেইটালৈ চাই কয়" এই আগত কিতাপ আছে মই তাক ভাল নেপাওঁ।'

"নহয় তুমি এতিয়াও মিছা কথা কৈছা। সঁচা কোৱা পুতলী "মই মিছা কোৱা নাই।" মানুহে মিছাকৈয়ে উলিয়াইছে মোৰ কথা" কৈয়ে তাই অলপ সময়ৰ কাৰণে ভিতৰ সোমাই যায়। কিবা কাগজৰ খাম এটা আনি তাৰ হাতত দি কয়, "মই কেৱল ভাল পাইছিলো এই কাৰণটোতহে।" এই বুলি কলত তুলালে খামটো মোকোলাই চায় এটকীয়া দলিলত লিখা এখন জাল উইল, মিলৰ চুক্তি পত্ৰ দলিল। তাত লিখা আছিল এক চতুৰ্থ অংশ মিলৰ মালিক স্বত্ব তাইৰ নামে কৰি দিয়া উইল। সি কাগজ খন হাতত মোহাৰি কন্তেক কিবা এটা ভাবিলে। আকৌ সি তাইলৈ চাইয়ে' পুতলী' বুলি এবাৰ মাতিলে। ওচৰতে থকা পুতলীয়ে তালৈ মুখ তুলি চালে।

"পুতলী, এই কাগজ খন মোৰ হাতত থাওক। আজাৰ বেজিয়া বিয়া হব আৰু এই উইলৰ কাম নেথাকে। সকলো

সম্পত্তি তুমিয়েই অধিকাৰী হ'বা আৰু মই তাৰ কাৰণে কাৰণে ব্যৱস্থা কৰিম।"

"তেনে আমাৰ বিয়া হব সঁচা।" তাইৰ মুখত হাঁহিৰ ৰেখা এটাই বেড়াই গল।

"সঁচা আমাৰ বিয়া হ'ব,"

"কেতিয়া বিয়া হব।" তাই আবেগ সুৰত দুৰ্ব্বল ভাব এটা লৈ সেহাই সেহাই সোধে।

"অহা মাহৰ পাঁচ তাৰিখে শুভলগ্নৰ মহেন্দ্ৰক্ষণত।'

'সঁচা তেনে।'

'সঁচা।'

পুতলীয়ে দণ্ডৰ পাচত দণ্ড, পলৰ পাচত পল, মিনিতৰ পাচত মিনিত লেখে, ঘণ্টাৰ পাচত ঘণ্টা লেখে, সন্ধ্যা আহে সন্ধ্যা যায় দিন আহে দিন যায়। তাই দিনৰ পাচত দিন গণে। আজি শনিবাৰ এতিয়াও যোল ঘণ্টা বাকী ৰাতি পুৱাবলৈ তাই মনতে ভাবে।

ভাবি থাকিলে ভৰাক পাই। দেখে নতুন সক নীলা মতৰ গাড়ীখন লৈ দুলালে সিহঁতৰ ঘৰৰ ফালে আগবাঢি আহিছে। পুতলীয়ে লৰ মাৰি ভিতৰৰ পৰা ভেনীটি বেগ এটা লৈ তাই আগবাঢি যায়। গাড়ীখন সি আকৌ সিহঁতৰ পদুলি মুখতে ঘুৰালে। পুতলীয়ে মিচিক কৰে হাঁহি এটি মাৰি ক'লে—'দাদা আহিলে'।

দুলালে আহিলো বুলি কৈয়ে কলে—'আহা পুতলী কালিলৈ বিয়াৰ কাৰণে সকলো সমল কিনিব লাগিব। উঠা আৰু দেৰি নকৰিবা।"

পুতলীয়ে বাক বুলি কোৱাৰ পাচত এক্য বেকা আলিৰ মাজে মাজে চুলালৰ নীলা সৰু গাড়ীখন পৈ থাকে—অলপ সময়ৰ পাচতে মিলটো পায়গৈ। মিলটো ভেতিয়াও ছুচ ছুচ, শব্দ কৰি চলি থাকে। মিলটোৰ শব্দ বিলাক দূৰৈৰ হাবিত ঠেকা খাই প্ৰতিধ্বনী উঠে।

সিহঁতে ডাঙৰ গেট খন পোৱাৰ আগতে মিলটোৰ পৰা উ-উ ধ্বনী কৰি ছুচ, ছুচ, শব্দবোৰ বন্ধ হৈ যায়। দূৰৈত থানাৰ কাহখনত ডুটাৰ ঘণ্টা কোব পৰে, টং টং।

লানি লাগি মিলটোৰ শ-শ বনুৱা বিলাক এটি ছুটি কৰি পাৰহৈ যায়। ক্ষন্তেকৰ কাৰণ মিলটোৰ বাহিৰৰ লন খনত হৈ চৈৰ খলক লাগে। সিহঁত ছুয়োটা আগবাঢ়ে মিলটোৰ অফিচৰ ফালে।

গাড়ীখন বয়। ইতিমধ্যেই বন্ধ কৰা গুদামটো চুলালে খোলে। তেলেৰে ভৰি থকা প্ৰথম মহলাটো পাৰ হৈ দ্বিতীয় মহলাত উঠে। দ্বিতীয় মহলাটো পাৰ হৈ তৃতীয় মহলাত উঠে। আৰু তৃতীয় মহলাটোৰ ডাঙৰ তলাটো খোলে। খুলিয়েই সি পুতলীক কয় "আহা পুতলী ইয়াতেই প্ৰথমে সকলো সমল যোগাৰ কৰো," পুতলী ভিতৰ সোমাই যায়। পুতলীয়ে মেজখনৰ ওপৰতে ভেনিটি বেগটো থৈ গুদামটোৰ কেউপিনে চালে। লাখ লাখ টকাৰ ধুনীয়া ধুনীয়া কাপোৰ কেউপিনে ঠাক্ ঠাক্ কৈ পৰি আছে। বহুতো হাজাৰ গাঁথ হ'ব।

ভাই চাবিও কালে চাগে। ইমান ধুনীয়া। তাই পিন্ধাতকৈও ধুনীয়া ধুনীয়া কাপোৰ আছে।

'দাদা ইমান ধুনীয়া মিছি কাপোৰ আছে। এইবোৰ কেতিয়া শেষ হ'ব কোনে নি আদায় কৰিব?" তাই আবেগ ভূৰত কয়।

"পুতলী মাত্ৰ এসপ্তাহত, ইয়াতকৈও ধুনীয়া কাপোৰ আছিল, সেই ধুনীয়াবোৰ কালিহে আদায় হৈ গৈছে। সেই যে যি দেখিছা সেইয়া মাত্ৰ দুদিনৰ মিলৰ কাপোৰ। সেইবোৰ বন্ধুৱাৰ হে উপযোগী।"

ইতিমধ্যেই দুলালে তাই মেজত এৰিথৈ যোৱা তেনটি বেগটো খোলে দেখে হেমন্তই দিয়া বহুতো প্ৰেম পত্ৰ। সি এখন দুখন কৰি কাগজ বোৰ চাই, লগে লগে তাৰ চেহেৰাটোৰ বৰণ সলায়। সি এবো নোহোৱাৰ ভাৱ ধৰি সি আকৌ 'পুতলী' বুলি মৰমৰ মো সনা মাতৰ দৰে মাতে।

'পুতলী' সি বহা চকীখনৰ ওচৰ চাপি আছে। 'সঁচা কোৱাচোন তুমি হেমন্তক ভাল পাইছিলা। হেমন্তই তেনে চিঠি পত্ৰ দিছিল। তুমিও তেনে উত্তৰ দিছিলা। সি তেনে তোমাক প্ৰাণভৰি ভালপাইছিল?" সি অন্তৰ চালি তাইক সোধে।

"মিছা, মিছাকথা মই কেতিয়াও তাক ভাল পোৱা নাই। মই কেতিয়াও চিঠি পত্ৰ দিয়া নাই। সিও মোক দিয়া নাই।" তাই কোঁপাই কোঁপাই উঠি কয়। "আপুনি

মোক মিছাতে কথাবোৰ এনেয়ে সদায় সন্দেহ কৰি সোধে নহয়।”ইতিমধ্যেই ছুলালে চুৰত এটা জপায় ৷ অলিথকা কাঠিটো পেলাব খোজোতেই তাই উত্তৰ দিয়ে “মিছা, মিছা, মই কেতিয়াও ভাল পোৱা নাই, আগত অগ্নি আছে। তাক ভাল পাবলৈ তাৰ কিত্তো আছে।” তাই তাৰ গাত ধৰি ওচৰতে ঠিয় হৈ তাৰ কামিজৰ সোণৰ বুতাম কেইটা মোহাৰি মোহাৰি কয়।

“মিছা, মিছা অবলা নাৰী” তাৰ কথাকোৱাৰ লগে লগেই খং উঠি যায়। তাইক খণ্ডতে বাউসীটোৰে গত্তা মাৰি দিয়ে। সি এখন কৰি চিঠিবোৰ উলিযাই প্ৰথমে দিয়া চিঠি খন ডাঙৰ কৰি পঢ়ে।

“অতি মৰমৰ পুতলী আইদেউ

তোমাৰ ৰূপ সৌন্দৰ্য্য এনে ধৰাণৰে ফুটিছে যে যৌৱনোচিতৰূপ যিমান খিনি হব লাগে পৰিপূৰ্ণ হৈ এটা আন্তৰত্নে মনপ্ৰাণ হৰি নিয়া শক্তি হে পৰিছে। তোমাক এবাৰ দেখা পালে এনে মানুহ নহব—যি মোহিত নহয়। তোমাৰ ৰূপ সৌন্দৰ্য্য আঁতৰৰৰ পৰাই উপভোগ কৰাতেই মই আত্মহাৰা নহৈ মোহান্ধ হৈ পৰিছে। মুঠতে তুমি সৌন্দৰ্য্যৰ প্ৰতীক—এনেয়ে বুঢ়ি নাচনী তাতে নাতিনিয়েকৰ বিয়া

। সদায় আভৰৰ পৰাই সৌন্দৰ্য্য উপাসনা কৰি ভাগৰত্ত লালকাল হৈ পৰিছো। কিয়নো মনত এটা সপোনৰ আকাঙ্ক্ষাবোৰ অপূৰ্ণ হৈ অনাহকতে মৰহি গৈছে। সেই

বাবেই তোমাক অনুৰোধ জনাইছো যে তোমাৰ সৌন্দৰ্য্যক এবাৰ মাথো বাস্তৱৰে উপভোগ কৰাবা।' ইতি

তোমাৰ মৰমৰ

'দাদাৰ—মই,

"এইবোৰ কি বেশ্যা নাৰী অবলা নাৰী, তোৰ শপত আছে, তোত বিশ্বাস আছে? তোক কি বিশ্বাস কৰিব লাগে? বিশ্বাস ঘাটকী বেশ্যা নাৰী। কলঙ্কিনী, তই এতিয়াও শপত খায়? (সি ভীষণ মূৰ্ত্তি ধৰি তাইৰ ফালে চায়) যেন ক্ষন্তেকতে মহা প্ৰলয় হব যেন ক্ষন্তেকতে পৃথিবী খন মথিমুৰ কৰি পেলাব। তাই গতাত উফৰি পৰি বন্ধ হৈ থকা দুৱাৰ খনৰ মুখত ঠিয় হয়। চকু দুটা ঠিৰ হয়। ভয়ত তাইৰ অন্তৰ আত্মা আৰু হাত ভৰি কেইটা কঁপি উঠে। "তেনে মোক আপুনি এতিয়া মাৰি পেলাব।" তাই ভয়ত কঁপি কঁপি উঠি কয়।

"বেশ্যা নাৰী, কলঙ্কিনী তোক মৰাৰ দূৰে থাওক তোক চুলে মোৰ মহাপাপ হব। তোক মাৰিলে কি হব তোৰ নিচিনা শ শ হাজাৰ হাজাৰ নাৰী আছে যিবোৰে নিজৰ নিজৰ মান-সম্ভ্ৰম বেচি কিনি তহঁতৰ ওচৰ চাপে আৰু সেই সিহঁতকে তিল তিল কৰি এজনৰ অন্তৰ জলাই আন এজনক আত্মাৰ পথলৈ টানি নিয়। তই এতিয়াও কয় মই আপোনাক ভাল পাওঁ—আৰু তোৰ শপত আছে।" সেই বুলি কৈয়ে তাৰ জেপত সুমাই নিয়া নেকলেচ ডালৰ লকেট-টোৰ মাজৰ পৰা তাই জলি থকা কাঠিটোৰ আগত শপত

খুউৱা ফটোখন ডাঙি ধৰি কয় "এয়ে কি তোৰ শপত, এতিয়াও কৰ তাৰ শপত আছে।" তেতিয়া তাৰ হাতত নেকলেচ দালৰ পিৰা বৰ তিৰবিৰাই উঠে।

"তই ভাল পালি সি দিয়া নকল সোনৰ নেকলেচ দাল। ভাল পালি তই সাধাৰণী চাৰাৱা ৰঙ্গ গন্ধৰ আঙঠিটো। য'ত মোৰ শ-শ টোপা তেজ দি গঢ়াই দিছিলো—ছিৰা খতোৱা নেকলেচ দাল যি সময়ৰ আঙুথি পিন্ধি তই এদিন কৈছিলি মই আপোনাৰ জনম মৰণ চিৰ সহচৰী হম— যি একেদাল জ্বলি থকা কাঁচত তই শপত খাই কৈছিলি মই যদি পৰপুৰুষৰ মুখ চাও তেনে সেই একে জুয়ে মোক পুৰি মাৰিব, কিন্তু তই খাবেত গজা টোপা পদুমৰ কলি মোক উপহাৰ দি তই মোক ভুৱা দিছিলি। বেশ্যা নাৰী। পৰপুৰুষৰ মুখ নেচাব। তেন্তে এদিন বিহুৰ আগত সেই কবিতা লিখি তাক দিয়া নাছিলি? তেন্তে কোৱা নাছিলিনে হেমন্তক? "মই যদি পৃথিবীত কাৰোবাক ভাল পাও তেনে আপোনাকহে" এই কথাষাৰ জানো সেইদিনা তাৰ আগত কোৱা নাছিলিনে? "মই ফুলটোক কেৱল ভাল পাও ফুলনৰ ঐশ্বৰ্য্য বিভূতি আৰু বিলাসীতাৰ সামগ্ৰীবে ধুনীয়া কৰিব পৰা সামগ্ৰী বিলাকহে।" সেই কাৰণেই মোৰ মৰমৰ মহনা চৰাইটো পাখাবৰ জগত বিত মিহলাই তাক খুৱাই মাৰি পেলালি। সেই পাখাৰ খুৱাই মোকো মাৰিবলৈ চেষ্টা কৰিছিলি। ভাগ্যে মই সেইদিনা নাখালো, আৰু

তয়ে কেইদিনমানৰ আগত মোক কোৱা নাছিলিনে যে মই হেমন্তক ভাল পাইছিলো কেৱল মিলৰ এক চতুর্থা অংশৰ উত্তৰাধীকাৰী উইলখন হাত কৰিবৰ কাৰণেহে। এয়ে তোৰ ভাল পোৱা? তইঁতে ভালপোৱাটো বিলাৱ কেৱল ঐশ্বর্য্য-বিভূতি লৈ। তই ভোল গৈছিলি আৰু কল্পনাৰ সোণৰ সপোন দেখিছিলি হেমন্তই দিয়া নকল জাল উইলখন লৈ। তেনে উদ্দেশ্য আছিল মোক তইঁতে বিহ খুৱাই বাকী তৃতীয় অংশ হেমন্তৰ নামত লবলৈ। আৰু তই, সি চুৰ কৰি নি দিয়া সেই সো মোৰ মিলৰ কাপোৰবোৰ পিন্ধিবলৈ পায় তই তাৰ লগত ভোল গৈছিলি চা, এইবোৰ হাজাৰ হাজাৰ লাখ লাখ পৰি আছে। তই কি হাজাৰে পিন্ধিলেও আদায় কৰিব নোৱাৰে। তই ভাল পাইছিলি তাক সি দিয়া ক্ষন্তেকীয়া ৰংচং বিলাসীতাৰ সামগ্রীৰ উপহাৰ বিলাক। আৰু তই নিজক পাহৰি গৈছিলি নিতে ন-ন যুৱকৰ আবেষ্টণত সোমাই নিজক নিজে ধ্বংশৰ পথলৈ আগবাঢ়ি যোৱাৰ বাহিৰেও সিইঁতকো আগবঢ়াই লৈ গৈছিলি আন্ধাৰ পথলৈ। তোত কি বিশ্বাস আছে। আৰু তয়ে এদিন মোৰ আগত কোৱা নাছিলিনে? যে হেমন্তৰ নিচিনা যদি মানুহবোৰৰ অন্তৰবোৰ শুদ্ধ হলহেঁতেন? পিশাচী, তাৰ নিচিনা হোৱাহেঁতেন কি হলহেঁতেন জান সংসাৰখন বেশ্যাত পৰিণত হলহেঁতেন। মাতৃস্নেহ, ভাতৃস্নেহ পিতা-পুত্ৰৰ স্নেহবোৰ আতৰি গলহেঁতেন।

মযে সেইদিনা নিজ চকুৰে দেখা নাইনে সেই চিপাহী লৰাটোৰ লগত তই বেয়া কামলৈ প্ৰবৃত্তিত মন মেলা? মই সুধিলত তই কি উত্তৰ দিছিলি, তই তেতিয়া হাঁহি দিছিলি। তোৰ হাঁহিত কিমান বিষ মেটেকা গজে মই জানো। তই মৰ, আমাৰ আপত্তি নাই। কিন্তু শ-শ যুৱকক মই আমাৰ আগত মৃত্যুৰ দুৱাৰলৈ টানি নিবলৈ দিব নোৱাৰো। আৰু মোৰ দেশৰ শ-শ বাই-ভনীবোৰ চকুৰ আগত তোৰ আদৰ্শ লবলৈ দিব নোৱাৰো—যি দেশত মৃত-পতি লক্ষীন্দৰক সতী বেউলাই মৃত্যুক জয়কৰি যমৰ দুৱাৰৰ পৰা কাঢ়ি আনিছিল, যি দেশত জয়মতীৰ নিচিনা সতী সাধ্বি তিৰোতাই পতিৰ বাতৰি নিদি নিজে তিল তিল কৰি নিজৰ জীৱন বিসৰ্জ্জন দি 'পতিস্বামী গুৰু' বুলি 'পতিয়েই একমাত্ৰ গতি' বু'ল যি মহান আদৰ্শ পৃথিবীৰ বুৰঞ্জীত চিৰকলীয়া কৰি সোণালী আখৰে আঁকি থৈ গৈছে সেই দেশত তোৰ নিচিনা কলঙ্কিনী পিশাচিনীৰ আদৰ্শ লবলৈ দিব নোৱাৰো।

আকৌ সেই পাষণ্ডই সপোন দেখিছিল এই মনোবৃত্তিৰে ৰামৰাজ্যৰ আৰু সপোন দেখিছিল হৰিচন্দ্ৰৰ নিচিনা উদাৰ ত্যাগী হবলৈ যি ত্যাগ কৰিছিল মোৰ সেই সো কাপোৰবোৰ চুৰ কৰি নি। সক ভাইটোৰ হতুৱাই তই ভিতৰত থাকিও নেতিয়া নাই বুলি কবলৈ কয়, পিশাচী, পুৰুষৰ অন্তৰবোৰ কেনেকৈ সেই পুৰি মৰে নেজান? তেতিয়া জানিও নজনা হও, কিমান

দিন কিমান বাৰ ভগ্নহিয়ালৈ ঘুৰি আহিছিলো। নেজান অন্তৰ দি অন্তৰ নেপালে ভাল্পোৱাৰ পৰিণাম কি হয়? তোৰ নিচিনা প্ৰেমিকাই এই দৰে কত শত যুবকৰ জীৱন সন্ধিয়াৰ তিনিমুনি বাটত এৰি দি কত ত আদবাটৰ পৰা বং চাও। তোকো জানে, হেমন্তকো জানো আৰু জানো তোৰ ওপৰত মোৰ কিমান মৰম আছিল। তই এতিয়াও নেজান পিশাচী এতিয়াও কত শত ভদ্ৰ ঘৰৰ জিয়াৰীয়ে হয়তো মোক পাবলৈ আকাঙ্ক্ষা কৰে, কিন্তু মই তোক দিছিলো মৰম, মই তোক দিছিলো অন্তৰ, মই তাক দিছিলো মোৰ ভবিষ্যতৰ জীৱনটোৰ সৰ্ব্বস্বত্ব অধিকাৰ, কিন্তু তই কৰিলি কি? তই দিলি মাক প্ৰতাৰণা আৰু অবিশ্বাসৰ তেজৰ পুতি কৃত্ৰিম মৰমৰ ডোলেৰে বান্ধি তোৰ নিজৰ জীৱনটোৰ ওপৰত নিজে হেতালী খেলি ধ্বংসৰ পথলৈ আগবাঢ়ি গৈ ভবিষ্যতটো আন্ধাৰলৈ ঠেলি দিলি। কিন্তু আজি হেমন্ত কত? তাক তই জীৱনৰ প্ৰথম পুৱাতে মোৰ আন্ধাৰলৈ ঠেলি দি প্ৰেমক জুখিলি তুচ্ছ ঐশ্বৰ্য্য বিভূতিৰ তজুত। হয়তো এদিন তোক মই মানুহ হবলৈ শিকাইছিলো। মানুহ কৰিম বুলি ভাবিছিলো ছি. কৰিলি কি তই, মই যে তোৰ নিচিনা যুৱতী নেপাই ওচৰৰ চাপিছিলো এনে নহয় পাইছিলো, বহুত পাইছিলো, কিন্তু ভাবিছিলো তই গাৱঁৰ জীয়াৰী, গাৱঁত ডাঙৰ দীঘল হোৱা ছোৱালী আৰু আৰু মই ভাবিছিলো তই মোক পাই সুখী আৰু মোক

পাই তোৰ মাৰেও হয়তো গৌৰৱ অনুভৱ কৰি সুখী হব কিন্তু তই তাকে নকৰি মাৰবো জীৱনৰ স্বভাৱ দলীত ব্ৰজাঘাত কৰি নিজৰ পুখুৰীত নিজে বিহ দিলি। ভাবি চা এবাৰ তোৰ পৰিয়ালটোৰ কি গতি হব পাৰে এতিয়া। তই যদি মোক আগতে কলি হেতেন ?”

তাইৰ চকু কেইটা তেতিয়া থৰ হয়। ভয়ত অন্তৰাত্মা কপি চকুকেইটা বডা হৈ ত'-ত' কৰে জিলিকি উঠিছিল।

ইতিমধ্যেই ছুৱাৰত কোনোবাই খুন্দিওৱা শব্দ পায়। সি খণ্ডত অধিৰ হৈ আগবাঢ়ি যায়। ছুৱাৰখনৰ চিতকানিটো খোলে। দেখে ৰৰচাহাবৰ ড্ৰাইভাৰটোৱে খাম এটা লৈ আগবঢাই দিয়ে। ৰৰচাহাবে তালৈ দিয়া খামটো খোলে। দেখে হেমন্তৰ জাল উইল কৰাৰ অপৰাধৰ অপৰাধী হিচাপে যাবজ্জীৱন কাৰাবাসৰ আদেশ আৰু সি ডাঙৰ কৰি পঢ়ে মিলৰ বস্তু আত্মসাত কৰাৰ শুণাগী আৰু বাকী।

সি কাগজখন মেজত থৈ আঙ্গুলীটো মুখত দি ক্ষন্তেক পৰৰ কাৰণে কিবা এটা ভাবিলে, নাই, তাক মই ক্ষমা কৰিম নহয় মই তাক কেতিয়াও বিপদৰ সন্মুখীন হবলৈ দিব নোৱাৰো। এদিন এই ঠাইতেই, ঠিক এই সময়তেই সি আৰু মই ছুয়ো নিবলে বহি ভবিষ্যতৰ সোণৰ সপোন দেখিছিলো জীৱনৰ প্ৰথম পুৱাত সোণৰ সপোনৰ ছবি আঁকিছিলো, আৰু ভাবিছিলো শত শত দৰিদ্ৰক অন্নৰ সংস্থানৰ জীৱিকা দি দাবিদ্ৰক দুখঃ সাগৰৰ পৰা উদ্ধাৰ কৰি সিহঁতক পোহৰ

বাটলৈ আগবঢাই লৈ যাম। সিহঁতক মানুহ হবলৈ শিকাম। নহয় মই ক্ষমা কৰিম, তোকো ক্ষমা কৰিম আৰু দুয়োকো তাৰ পাচত মুখত চুৰটটো লৈ সি আগবাঢি গল। ড্ৰাইভাৰটোক কিবা এটা কৰৰ কাৰণে। যাওঁতে সি দুৱাৰৰ খিলিটো বাহিৰৰ পৰা বন্ধ কৰি থৈ গল যাতে ওলাই আহিব নোৱাৰে। আদেশৰ সুৰত 'ড্ৰাইভাৰ' বুলি চিয়ঁৰি উঠি তৃতীয় মহল পাৰ হৈ দ্বিতীয় মহলত নামিল। দ্বিতীয় মহল পাৰ হৈ তল মহল পোৱাৰ লগে লগেই সি তাৰ মুখৰ চুৰটতো জ্বলালে। জ্বলি থকা কাঠিটো পেলাই দিলে।

সি আগবাঢি গল ড্ৰাইভাৰটোক লগ পাবলৈ। মিল-টোৰ বহল লন খন সি পাৰ হৈ গল। 'ড্ৰাইভাৰ, "ড্ৰাইভাৰ" বুলি সি চিয়ঁৰি উঠিল। মিলটোৰ ইটাৰ চাৰিবেৰ থোৰত ঠেকা খাই মাতটোৰ প্ৰতিধ্বনিটো জনজনাই গল।

ড্ৰাইভাৰক লগ পাই সি কিবা এটা কলে। ঘুৰি দেখে কিবা স্বৰূপত তাৰ গুদাম ঘৰটোৰ তলমহলত দপ্ দপ্ কৰে জুই জ্বলি উঠিছে। সি ওচৰলৈ লৰ মাৰি গল।

জ্বলি থকা জুইছুলাৰ কাঠি পৰি গুদামৰ টেলৰ পিপাবোৰ জ্বলি উঠিল। সি সেইখিনি পোৱাৰ আগতে জুই কুৰাই লহ লহ কৰে জিভা মেলি কেউপিনে আগুৰি ধৰিলে।

জুই—জুই সি চিয়ঁৰিবলৈ ধৰিলে। দাঁৱোৱানে মিলত পাগলা ঘণ্টা মাৰিলে। চাওতে চাওতে কেউপিনে মানুহে

ৰিৰ দি বাত পাবলৈ নাইকিয়া হল। কেৱল কেউপিনে চিয়ঁৰ সুম।—সুমা—পানী আন, পানী আন, সুমা—সুমা।

কম্পেকৰ ভিতৰতে হাজাৰ হাজাৰ মানুহ গোটখালে। মিলটোৰ গুদামত দপ্ দপ্ কৰে জুয়ে খাও খাও মূৰ্ত্তি ধৰি চাওঁতে চাওঁতে দ্বিতীয মহল চুলেগৈ। কেউপিনে মানুহৰ চিয়ঁৰ উঠিল জুই—জুই, সুমা—সুমা, বালি আন, পানী আন। সুমা—সুমা।

চাই থাকোতেই জুয়ে গৈ ওপৰ মহলতো চুলে আৰু সুমাবৰ আশা নাই। পুতলীয়ে খিৰিকি খন মেলি বাহিৰলৈ জাপ মাৰি আহিবলৈ চেষ্টা কৰিলে কিন্তু শকত মোটা বৰ কেইডালে তাইক বাধা দিলে।

বিকট ধ্বনি কৰি তাই চিয়ঁৰি উঠিল। "মইনা দা—দা মইনা মইনা—দাদা, মোক ৰক্ষা কৰা, মোক ক্ষমা কৰা, মোক উদ্ধাৰ কৰা", তাই কাতৰ সুৰে চিয়ঁৰি উঠিল। পুতলীৰ হৰিণী নয়ন চকু জুৰি তাৰ চকুত পৰি মইনাৰ দুগালেদি চকুলো বাগৰি আহিল। পুতলীয়ে ওলাই আহিবলৈ শত চেষ্টা কৰিলে কিন্তু তাই হাৰ মানিলে।

দুলালে উদ্ধাৰৰ কাৰণে শত চেষ্টা কৰিলে কিন্তু। দুলাল অৱশ হৈ গল। শেষ ভেতিয়াও পুতলীয়ে তাৰ কালে চাই হাতযোৰ কৰি করুণ দৃষ্টিৰে যেন কিবা এটা বিচাৰিলে। অলপ পৰৰ পাচত তাইক ধোঁৱাৰে আগুৰি ধৰে। তেতিয়া আকাশখন ধোঁৱাৰে বগাহৈ ধুৱলি কুঁৱলীকৈ যায়।

দেখোতে দেখোতে মুহূৰ্তৰ ভিতৰতে জুয়ে গুদামটো শেষ কৰি দিলে। ক্ৰমশঃ জুইৰ জোৰ কমি আহিল। মিলটোৰ গুদামৰ বাহিৰে সকলো ৰক্ষা পৰিল। অৱশেষত সি অৱশ আৰু ক্লান্ত শৰীৰটোলৈ বেযেগৰে ঘৰমুৱা হল।

ঘৰ সোমোৱাৰ লগে লগে সি বাপেকৰ মাত যেন শুনিলে। সি আগবাঢ়ি গল বাপেকৰ বিচনাৰ ওচৰলৈ। সি ওচৰ পাওঁতে কলে "দেউতা মই ভাল পাইছো এতিয়া।"

ও, বুলি মাত্ৰ বাপেকে এটা ৰঙৰ সন্ধান তাৰ ফালে চালে। তাৰ দৃষ্টিৰ পৰা চকুটো নমাই কলে মইনা, মইনা, মিলটোতেনে জুই লাগি গল? কেয়া বাপেকে এটা হুমুনিয়াহ কাঢ়িলে।

সি ওচৰতে বহি বাপেকৰ হাতটো মৰমেৰে মোহাৰি কলে নহয় দেউতা মিল ধ্বংস হোৱা নাই। মিল পোৱা নাই। মিল এতিয়াও আছে। ঠিকেই এতিয়াও আছে। নষ্টহল কেৱল গুদামটোহে

'ও' বুলি বাপেকে এটা নিশ্বাস পেলাই কলে তেনে মিলটো ধ্বংশ হোৱা নাই। বহুত বিক্ৰি হলে কাহানিৰ পৰা খাবলৈ নেপাই অনাহাৰে মৰিব নলাগে। সিহঁত তেনে নিৰস্কুৰা হব নেলাগে।

তুলালে নেলাগে বুলি কোৱাৰ লগে লগেই বাপেকৰ মুখত এটি হাঁহিৰ ৰেখা জিলিকি উঠে

দেউতা গুদাম ধ্বংশ হওক আপত্তি নাই আকৌ গুদাম উঠিব। একতলা নহয়, দুইতলা নহয়, তিনিতলা নহয বহুত বহুত তলা উঠিব। মই জীয়াই আছো দেউতা অকল জীয়াই থকাই নহয় দেউতা কিন্তু আপোনাৰ দুলালে নকৈ জনম লৈছে। সি নতুন জীৱন পাই নকৈ জীয়াই থকাৰ সঙ্কল্প লৈছে।

"তই কৈছ কি দুলাল?"

'মই' কৈছো মই আপোনাৰ পৰা দিঠকলৈ আহিছো।

মই কব খুজিছো দেউতা বিয়া কৰাম আপুনি কথা দিয়ক। আপুনি কথা দিযক দেউতা। আপুনি কথা দিয়ক। সি আঠুলৈ পিতাকৰ ভৰিটো দুই হাতেৰে চোৱে আৰু যেন কিবা উত্তৰৰ আশাত তেওঁৰ মুখলৈ আবেগ ভৰা দৃষ্টিৰে চাই থাকে।

বাপেকে তাৰ মূৰত দয়াৰে ভৰা হাতটো দি কৈ যায় 'মই জানো তই মোৰ কোনো কালেই অবাধ্য নহয়। মাৰে তোক মৰিবৰ সময়ত পৰি পৰি আশীৰ্বাদ দি গৈছে। মাৰ যেতিয়া মৰে কিছু সময়ৰ আগতে মোৰ বুকুত তোক গুমুৰাই দি কৈছিল", "আপুনি যদি সংসাৰত জীয়াই থাকে তাৰ মৰণৰ পাতি যাব তাক অনাথ নকৰিব। তাক দলনীৰ পোনা এবাদি নেৰিব। মই আৰু নিজীও।" মই সেই মাৰৰ কথাটো ৰাখিব লাগিব। তোৰ মাৰৰ কথা পাহৰিব নোৱাৰিম কোনো কালেই নোৱাৰো। মই সেই একে কথাকে চিন্তা কৰি আহিলো।

মইনা, মাৰ মৰাৰ আগ দিনা মাৰেই কোৱা কথাষাৰ এতিয়াও মনত আছে এতিযাও মাৰৰ কথাষাৰ সুঁৱৰিলে তেওঁৰ চকুজুৰি প্ৰতি মুহূৰ্ত্তত চকুৰ আগত দেখো। মাৰেই সেইদিনা মৰাৰ কেই ঘণ্টামানৰ আগতে মোক কৈছিল” “মই মৰিম আৰু জীয়াই নেথাকো, কিন্তু মোৰ জীৱটো ওলাই যোৱাৰ আগতে আপোনাৰ, চৰণ ছুই এটা অনুৰোধ কৰিলো মোৰ অনুৰোধটো ৰক্ষা কৰিবলৈ যেন আপুনি প্ৰাণপণে চেষ্টা কৰিব।

প্ৰথম কথা হল মোৰ মৃত্যুৰ পিচত আপুনি বিয়া কৰাব যাতে মোৰ অবিহনে আপোনাৰ দুখকষ্ট নহয় আৰু মোক সহজেই পাহৰিব পাৰে। দ্বিতীয়ত মোৰ জন্ম শিশুটি আপোনাৰ কোলাত দি গলো আপুনি তাক মৰম কৰিব। মোক হওতে প্ৰথমতে সি বিচাৰিব কিন্তু ইদিন সিদিন কৰি যেতিয়া আপোনাৰ মৰম পাব সি মোক পাহৰিব যাব। আপুনি বিয়া কৰোৱাৰ পাচতো তাৰ তত্বাবধান আপুনিয়েই লব। সি মোৰ গৰ্ভত ঠাই পাইছিল সঁচা কিন্তু জন্ম আৰু তাৰ মানুহৰ গঢ দিওতাৰ গৰাকী আপুনি আপুনি মোৰ জীৱন মৰণৰ একমাত্ৰ সঙ্গী, সেই কাৰণেই মই আপোনাৰ চৰন ছুই কাকুতি কৰি কৈছো আপুান মোৰ কথা ৰাখিব।

আপুনি এতিয়া হয়তো তাক কেতিযাবা বাহিৰত লৰাৰ লগত খেলা-ধূলা কৰি থাকিলে মাৰি দিায় সি তেতিয়া অন্তৰত আঘাত পাই ফেকুৰী ফেকুৰা কান্দে, মই তেতিয়া বুজনি দিও। কিন্তু মোৰ অবিহনে আপুনি যদি তাক তেনেকৈ

খং কৰে সি হয়তো বৰ দুঃখ পাব। সি হয়তো তেতিয়া হিয়াধুনি ফেকুৰি ফেকুৰি কান্দিব। হয়তো সান্ত্বনা পাবৰ কাৰণে মা, মা, বুলি দুৱাৰ চুকত উচুপি কান্দিব। তেতিয়া জানো আপুনি দুখ নেপাব? তেতিয়া জানো আপোনাৰ বেয়া নেলাগিব? বুজিছে, সি লৰাৰ সঙ্গ খুব ভাল পায় সি নিশ্চয় সময়ত ডাঙৰ মানুহ হব, নাম জ্বলা মানুহ হব সি যিগকে ভাল পায় সৎপথে তাক বাট ধৰায় লৈ যাবলৈ চাব। সি নিশ্চয় নিজৰ ভৱিষ্যত ঠিয় দি মানুহ বোলাব পাৰিব। আপুনিতো জানেই আজি চাৰি বছৰ ধৰি তাৰতো অসুখ হোৱা নাই।

অ' আৰু এটা কথা মইতো মৰিম কিন্তু মৰাৰ পাচত আপুনি কি কৰে কি নকৰে মইতো চাবলৈ নাহোঁ। হয়তো মই ভূত-প্ৰেত বা কিবা জনম লম। কিন্তু এটা আৰু অনুৰোধ আছে এই যে সিদিনাখন মোলৈ লোৱা পাটৰ কাপোৰ কেইজোৰ আৰু জৰ্জ্জেটৰ বিহা-মেখেলা জোৰ থৈ দিব। মোৰ পোনাটো যেতিয়া ডাঙৰ হব তালৈ যেতিয়া বিয়া কৰাব তেতিয়া তাই মোৰ বোৱাৰী হব। সেই মোৰ বোৱাৰী জনীক এই মোৰ কাপোৰ কেইজোৰ দিব। হিৰা খুটিয়া নেকলেচডালো দিব, সোণৰ বালাজোৰে তাইক বেছ ধুনীয়া কৰিব, আঙঠি কেইটা আপুনি নিজে পিন্ধিব। সি খেলাৰ পুতলা খুব ভাল পায়। চাবি দিলে চলা মটৰ বা ইঞ্জিন বোৰ ভাল পায়। তাক আনি দিব। সি তেতিয়া হাঁহি

দিব। সি হাঁহি দিলে কিমান সুন্দৰ দেখায়। বাবাটি বাবাটি বুলি আপোনাৰ ওচৰলৈ আহলে কিমান ভাল লাগে। সি আৰু এবছৰৰ পাছৰ পৰাই স্কুললৈ যাব পৰা হব। তাক স্কুলত নাম লগাই দিব। ঘৰত তাৰ কাৰণে এজন শিক্ষক ধাৰ দিব। সি স্কুলত ভাল ধৰণেৰে নাম কৰিলে আপোনাৰেহে সুখ্যাতি হ ব।

অ' আৰু এটা কথা আপুনিতো জানে মোৰ বৃদ্ধ মা এতিয়াও জীয়াই আছে। মোলৈ হয়তো আশা এৰি দিলে আৰু জানে মই আৰু সংসাৰত বাচি নেথাকিম। কিন্তু মই মৰিলেও আপুনি আমাৰ ঘৰলৈ যাব। দুখীয়া বুলি ঘিণ নকৰিব। মোৰ মাই মোতকৈ আপোনাক বেচি ভাল পায়। মোৰ পোনাটোক হয়তো মই মৰিলে মাই লৈ যাবলৈ চাব। নিবলৈ দিব কিছুমান দিনৰ কাৰণে। কাৰণ মোৰ গৰ্ভত সি ঠাই পাইছিলে বুলিয়েই মোৰ মাই হয়তো তাকে বুকুত সুমুৱাইলৈ সান্ত্বনা পাব, মাৰ হয়তো মনত পৰিব মোৰ শৈশৱৰ দিনবোৰৰ কথা, মই যেতিয়া মাৰ বুকুত সোমাই মোক পিয়াহ দিছিল মই যেতিয়া কান্দিছিলো, মাই যেতিয়া মোক নিচুকাইছিল মাই হয়তো সেইবোৰকে সুঁৱৰি সুঁৱৰি খুব কান্দিব কান্দি কান্দি হয়তো কেতিয়াবা পগলাৰা হব কিন্তু তেতিয়া যদি মাৰ আগত দেখা দিয়েগৈ মাই তেতিয়া সকলো পাহৰি যাব মাই তেতিয়া কিমান ভাল পাব। মই মৰিলে নেজাব জানো? অৱশ্যে মা দুখীয়া।

আপুনি হয়তো পুনৰ বিয়া কৰোৱা পাছত মোৰ ভাই ছটা আৰু মাই আহিবলৈ অলপ বেয়া পাব। বুজিছে, আমাৰ ঘৰখন নিচেই দুখীয়া, দুখীয়া যদিও মাৰ ভাই কেইটাই আপোনাক দিগদাৰি নিদিয়ে। সিহঁতকো নিজৰ খুলখালি বুলিয়েই মৰম কৰিব। যাতে সিহঁতে মই মৰিলেও ইয়ালৈ আহিলে মই যে মৰিলো সেইটো অনুভৱ কৰিব নোৱাৰে। দুখীয়া যদিও সিহঁতে আপোনাৰ পৰা একো পাই-পইছা নিবিচাৰে। কিন্তু সেই বুলি আপুনি বিয়া নকৰোৱাকৈ নাথাকিব। মোৰে শপত আপুনি বিয়া কৰাব তাকে চাই চিতি। ঘৰ চলাবলৈ বি এ, এম-এ, পাচ কৰা ছোৱালী নহলেও হব। সেইটো অৱশ্যে মোৰহে কথা। আপুনি আকৌ একো বেয়া নাভাবিব। মই চাবলৈও নাহো। আপোনাৰ সুখ চাচ্ছন্দ মই কামনা কৰো আৰু সেয়ে হলে মোৰ আত্মাটোৱে শান্তি পাব।

এইদৰে কথা কৈ থাকোতে থাকোতেই মাবৰ চকুজোৰ ক্ৰমানয়ে নিষ্প্ৰভ হৈ আহে। চকুজোৰৰ পৰা অৱহে পানী ছুগাচেদি বৈ আহে। মই মাত্ৰ তৰিয়া মাবৰ চকুজোৰতে চকুজোৰ ৰাখি কথাবোৰ শুনি গৈছিলো আৰু মাজে মাজে তেওঁৰ আঙুলি বাউল চুপিবোৰ ঠিক কৰি দিছিলো।

তাৰ পাছত হঠাতেই মোৰ হাতখন ধৰি বুকুৰ ওচৰলৈ নি হাতখন পিছি দি মোক আকৌ ঠোকা ঠুকি মাজেৰে কৰলৈ আৰম্ভ কৰিলে। তেওঁৰ চকুজোৰ পানীৰে উপচি পৰিল

'অ জুয়াৰৰ চাবি কোছা মোৰ আঁঠুৱাৰ ওচৰতে আছে। জুয়াৰত আপুনিয়েই দিয়া ছুটকা এটকা কৰি থোৱা বহুত টকা আছে।' তাৰ পাচত মোক এবাৰ মাজতে সুধিলে "আপুনি কিবা খালেনে নাই"? কৈযে মোৰ শুকান মুখ খনলৈ যেন অলপ সময় একেথৰে চালে কিন্তু যে এইদৰে সুধিলে মই ধৰিব নোৱাৰিলো। এই দৰে সোধাত মোৰ যে কিমান বেজাৰ লাগিছিল মই মুখেৰে এটা কথা কব নোৱাৰা হলো শোকতে হিয়াখন খুন্দিয়া খুন্দি কৰিবলে ধৰিলে, অগত্যাত মই ও বুলি মাত্র মূৰটো ছুপিয়ালো। তাৰ পাচত আকৌ হাতখন পিহি পিহি কবলৈ ধৰিলে। "সেই পইচাৰে অলপ মান খৰছ কৰি মোৰ পোনাটোক এজোৰ ধুনীয়া 'চুড' কৰোৱাই দিব। মাকো এখন গৰম আলোৱান কিনি দিব, নিদিব জানো?" মই মাত্র তেতিয়া মাৰৰ তিতি থকা চকু জোৰ মুচি দিছিলো, আৰু মোৰ যে কি হৈ গেছিল মই নিজেই কব নোৱাৰো, মাত্র মই মূৰটো ছুপিয়াই গৈছিলো তাৰ পাচত মই গাৰু-টোৰ পৰা মাৰাৰ মূৰটো ডাঙি মোৰ আঁঠুটোৰ ওপৰত ললো। মাৰাৰ উস-আস্ শব্দবোৰে মোৰ বুকুখন ভাঙে যেন ভাঙে যেন কৰিছিল। মাজতে মই এচামোচ গ্লুকছৰ পানী চামোচ খনৰে ঢালি দিলো। খোকোক কৰে পানী চামোচ গিলি "স্বামীগুৰু" বুলি মোৰ ফালে করুণ দৃষ্টিৰে চাই আকৌ কবলৈ ধৰিলে। "মোৰ সকামত মাক আনিবলৈ চাব। অৱশ্যে নাহিব। আহিবনো বাৰু কিটো মুখ চাবলৈ।

আপুনি কিন্তু মৰম দিব। মৰম দিলে মৰম পালে মোৰ ভাই দুটাও এতিয়াৰ দৰে আছি থাকিব। সিহঁত দুটাৰ যে মোৰ ওপৰতে প্ৰাণটো আছিল।

"এৰা, সিহঁত দুটাক মই অন্য বিহুতে দুটা ভাল চোলা দিম বুলি কৈছিলো। এটাৰ যে ফটা চোলাটোৱেই ফুললৈ যায়। বেয়াও লাগে। মাই নো বাক কিটো কৰিব। যোৱাবাৰ ঘৰলৈ যাওতে মইনাৰ চোলাটো চাই সক ভাইটোৱে কৈছিল ভহতে এৰ দামী কাপোৰ কিন নহয়। তেতিয়া মই কৈছিলো মই কিনা নাই পাই ভিনি দেউবেহে কিনিছিল। সি ৰহুত পৰলৈকে মইনাৰ চোলাটো পিতিকি পিতিকি চাই তাক মইনা মোৰ—মইনা, মইনাটো বুলি সাৱতি ধৰিছিল। তাৰ পাচত তাক দুয়োখন গালতে উধাই মুধাই চুমাবোৰ খাইছিল। মাজে মাজে তাৰ হাত দুখনেৰে তাক আকাশৰ ওপৰলৈ তুলি ধৰিছিল। সি তেতিয়া আনন্দত ঠেংবোৰ এচাৰি অ' মা-মা, মা-মা বুলি চিয়ঁৰি দিছিল।"

এইদৰে কৈ থকাৰ মাজে মাজে মাৰাৰ উস আস শব্দবোৰ ক্ৰমানয়ে বেচি হৈ গৈছিল। মই তেতিয়া মাৰাৰ মুখখন মুচি দি মোৰ আঠুটোৰ ওপৰতে মাৰাৰ মূৰটো থোতাৰি দিছিলো। মাৰে মাজ মোৰ চকুত চকুৰাখি স্বামী-গুৰু,, হে স্বামী গুৰু বুলি মাজে মাজে একোটা হুমুনী-য়াহ কাঢ়িছিল। মোৰ তেতিয়া হিয়াখন শোকে খুন্দিয়া

খুন্দি কৰিছিল আৰু তাৰাৰে বুজাব পৰা শক্তি মোৰ লোপ পাইছিল। দীঘল নিশ্বাস এটা পেলাই মোৰ কাণে চাই আকৌ কলে। কবলৈ ধৰাৰ আগতে তেওঁৰ হাতটোৰে মোৰ মুখখন তেওঁৰ মুখৰ ওচৰলৈ ওচৰ চপাই আনি চকুত চকু ৰাখি কলে "স্বামীগুৰু, অ' আৰু এটা কথা, আপোনাক কবলৈ পাহৰিছিলোঁৱেই। মাক বেয়া পাবলৈ হাৰু দিব। মোৰ বেমাৰৰ কাৰণে আপোনাক সুধিবলৈ সময় নাপালো মাই আপোনাক সুধিবলৈ কৈছিলে মাই চাগে মোৰ লোধা দেখি হোৱাত বেয়াই পালে। এৰা, মাই মোলৈ খুব আশা কৰি আছিল দেহি। আশা কৰিবটো একনী জীযেক। মাই হেনো আমাক এসময়ত বৰ দুখত তুলিছিল। মাই এদিন আমাৰ আগত কৈছিল আমি চেনো যেতিয়া সৰু আছিলো তেতিয়া আমাৰ মাই অলৈ তলৈ গলে বুকুত লৈ ফুৰিছিল। মাই হেনো যেতিয়া গা পা ধুবলৈ যায় তেতিয়া আমাক পুখুৰীৰ পাৰলৈকে লৈ যায় আৰু মা যেতিয়ালৈকে গা-পা ধুই নাহে তেতিয়ালৈকে আমি পুখুৰীটোৰ সৰু দেৱনাথনৰ ইপাৰে চিয়ঁৰ ৰাখৰ লগাও। আৰৈ দেহি সিও এক কাহিনী। পিচে থাকক আৰু নকও। সেই কাহিনী পুৰাকৈ কবলৈ আৰু মোৰ শক্তি নাই। বোধহয় সময়ো নাই। আমাৰ লগত মাই কিমান দুঃখ পালে দেহি। এৰা তাৰ প্ৰতিদান সম্ভৱ নহয়। পিচে টকা কেইশটা দিব পৰা হলে বেয়া নহলহেঁতেন অন্ততঃ কাণৰ খুটীয়া জোৰ বন্ধকীৰ পৰা মোকোলাব পাৰিলে

হৈছেন। আগতে হেনো এই দৰেই মাৰ ভিতিৰ চৰতীয়া আৰু গলপতা খাৰ এনেয়ে গল। এই বুলি কৈয়ে মাৰে এটা হুমুনিয়াহ পেলালে। 'এৰা বহুত কথা' তাৰ পাচত আকৌ কবলৈ লাগিল। "এৰা মাৰ জীৱনটোৱে দুখতে দুখতেই গল। তাই ছুটা যদি ডাঙৰ হলহেঁতেন? বুজিছে তাইহঁতৰ পৰা মাৰ এদিন সুখ হব। নহব জানো? মৰাৰ আগতে মাৰ ঘৰ খন এবাৰ চাই আহিব পৰা হলে। এৰা, ঘৰখননো কি চামগৈ। ঘৰখনো এইবাৰ থকাই টান হব। নহয়, বুজিছে এইবাৰ গা ভাল পালে মাক এবাৰ চাই আহিম গৈ। আৰু মাৰাই বহুত কিবা কিবি কৈছিল। এইদৰে কৈ থকাতো থাকোতেই মাৰাৰ কথাবোৰ ক্ৰমান্বয়ে অস্পষ্ট হৈ আহিবলৈ ধৰিলে। তই তেতিয়া শুই আছিলি। ৰাতি পুৱাবলৈ তেতিয়াও এপৰ মান বেলি আছিল। হঠাতে এবাৰসুৰতীয়া মানুহৰ দৰে 'মইনা' বুলি মতা শুনিলো কেবাদিনো টোপনি খতি গাত মোৰ তেতিয়া চকুজোৰ মুদাই মুদাই নিছিল। মই তেতিয়া মাৰাৰ মুখটো লাহেকৈ মোৰ আঠুটোৰ পৰা নমাই তোক শুই থকাৰ পৰা ভাঙি আনি মাৰাৰ বুকুত দিলো। মাৰে এবাৰ তোক গালে মুখে হাত ফুৰালে তাৰ পাচত ছুৱোকো সাৰটি ধৰাৰ নিচিনা কৰিলে। মই আকৌ এবাৰ মুকচৰ পানী এচামুচ তোৰ হাতেৰেই মাৰাৰ মুখত ঢালি দিলো। কিন্তু সেইবাৰ] গিলিব] নোৱাৰিলে। মোৰ হয় অকণমান ভিতৰলৈ গল ৰাতীকণ কোৱাৰি ঢুকাই বাগৰি আছিল।

তেতিয়া বাহিৰত বতাহ জাক বিৰ্ বিৰ্ কৈ বলি আছিল। বতাহৰ বা লাগি লেমৰ পোহৰটো তেতিয়া কঁপি উঠিছিল। মই তেতিয়া মাৰাৰ মূৰটো ডাঙি মোৰ বুকুৰ ওপৰলৈ আনিছিলো। কোনোবা ফালৰ পৰা আহি নিষ্ঠুৰ নিয়তি জনীয়ে তেতিয়া বগুলাটোৰ ওপৰেদিয়েই নিউ নিউ বুলি তিনিবাৰ মাতি উৰি গুচি গ'ল। হঠাৎ মোৰ বুকুখন চিৰিং কৰি গল। যেন কিবা এটা অমঙ্গল ঘটিব। তাৰ পাচতে ক্ৰমান্বয়ে মাৰৰ হাত ভৰিবোৰ অৱশ হৈ আহিবলৈ ধৰিলে। চকুমুখ ক্ৰমান্বয়ে নিস্তেজ, নিস্প্ৰভ হৈ অহাৰ লগে লগে কাণৰ লতিটো পৰি গল। নখ চন্দ্ৰ বিলাক মাৰ গল। শেষ সময়ত মাত্ৰ এবাৰ শুনিলো স্বামী দেৱতা, হে স্বামী দেৱতা আৰু লগে লগে এটা হিয়া ভগা হুমুনিয়াহ। আৰু তেতিয়া উশাহবোৰ ক্ৰমান্বয়ে দীঘল হৈছিল। চকুজোৰ মূদ খাই গৈছিল। বাতিপুৱাবলৈ তেতিয়াও দেৰি আছিল।

মই অপলক নেত্ৰে মাৰাৰ ক্ষীণ দীপ্তি চকুজোৰলৈ চাই আছো—চকুজোৰে যেন এবাৰ অলপ মিচিকি হাঁহিলে—মুখখন অলপ বিকৃত হল। কাৰৰ চাকিটোত যেন কিহৰ এচাতি বা লাগিল—ৰবকৈ জ্বলি থকা শিখাটো জোকাৰ খাই উঠিল তাৰ পাচত নুমাই থাকিল আকাশেদি জোনো বাহিৰৰ আকাশখনত পোহৰ বেঙাইছে—হায়—মোৰ ভিতৰৰ দীপশিখা বেজিয়া নুমাই যায় বাহিৰত তেতিয়া পোহৰ বেতায়। হিয়াখনত ভীষণ এটা পৰাজয় অনুভৱ কৰি বয়েৰ

পৰা উঠিলো। মাবাৰ গা ঢাকি থোৱা কাপোৰ খনৰে এইবাৰ মুখখনো ঢাকি দিলো আৰু সেই মুখ চোৱাৰ প্ৰয়োজন নাই—সেই মুখৰে আৰু কথা নকয় সেই কোৰ চকুৰে আৰু মোক নেচায়॥ সেতিয়াৰে পৰা তই মাউৰা।

মাউৰা যদিও তোক মাৰৰ অভাৱ অনুভৱ কৰিবলৈ মই দিয়া নাই। মই তোক জানো মোৰ মইনা। মই তোকো জানো—তাৰ মাহিয়েৰকো জানো আৰু জানো তোৰ ওপৰত মোৰ কিমান মৰম আছে। তই কেনেকৈ মোৰ অবাধ্য হবি? তয় যে মোৰ অবাধ্য হব নোৱাৰ। মাৰাৰ বিদায় বেলাৰ কথাষাৰ মোৰ মনত আছে—'তাৰ ঘৰ খন পাতি থৈ যাব'। "মই কথা দিম মইনা—মই কথা দিম।"

কঁপা কঁপা—অলচ কৰুণ মাতেৰে কথাষাৰ কৈ কৈ বৰুৱা উঠি যায় আৰু ছুলালৰ মূৰত হাতখন দি তাৰ মূৰটো গুজি দিয়ে। ছুলালে পিতাকক সেৱা এটা কৰি চুল চুলীয়া চকু জোৰেৰে বেৰৰ ফালে চাই অথিৰ হাতেৰে মাক ছবিখন নমাই আনি জেপৰ কমাল খনেৰে মোচাবি দিয়ে। সি যেন মাকক কয়—'নাক বিপক্ষে নিবলৈ সেই লুইত পৰীয়া ছোৱালী জনী আৰু নাই, মা, তোমাৰ ছুলাল এতিয়া তাণ্ডৱ. মানুহ—নামজলা মানুহ হোৱাৰ পথত খোজ দিব। সি তাণ্ডৱ হব।"

ওপৰৰ পৰা জেঠী এটা তাৰ বাউসীটোতে পৰি মূৰৰ ফালে বগাৰ খুজিলে। সি চকখাই উঠিল জেঠীটো বেৰলৈ মাৰি চালকৰ ফালে ঘূৰি গল।

বৃন্দাবন বুকৱাই কলে “শুভ লক্ষণ। জেঠীটোৱে ওপৰৰ পৰা মাত দিলে—ঠিক্ ঠিক্ ঠিক্।

সি ঘূৰি চায়। বেৰৰ কাপোৰ এখনত লিখি ফ্রেম কৰা আছিল—

“মাতা যস্য গৃহে নাস্তি ভাৰ্য্যা চ প্রিয়বাদিনী
অৰণ্যং তেন গন্তব্যম যথা বণ্যং তথা গৃহং।”

চুলালে পঢ়িলে। যেন আজিহে তাত তাৰ প্ৰথম চকু পৰিল।

জেঠীটোৱে আকৌ এবাৰ সঁহাৰি দিলে ঠিক্ ঠিক্ ঠিক্।

—অন্ত—